# চামেলি মেমচা'ব

নিৰোদ চৌধুৰী



বীনা লাইব্ৰেৰী
গুৱাহাটী • অসম

প্ৰকাশক :
মনোৰঞ্জন দে
কোকৰাঝাৰ,
অসম

প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ ১৯৭৭

বেচ—৫.৫০ পইচা

ছপা কৰোতা :
বংশীধৰ সিংহ
বাণী মুদ্ৰণ
১২, নৰেন সেন স্কোয়াৰ
কলিকতা-৯

॥ চামেলি মেমচা'ব ॥

বাগিচাখনৰ একেবাৰে পূৰ্ব-প্ৰান্তত ৰঙচুৱা টিনপাতৰ যিটো চাং-বঙলা দেখা পোৱা যায়, সেইটো ঘৰেই চামেলি মেমচা'বৰ ঘৰ। ঘৰটোৰ ওচৰ-পাঁজৰে মানুহ-দুনুহ নাই বুলিবই পাৰি। অলপ আঁতৰত বাগিচাৰ একমাত্ৰ পৰিত্যক্ত স্কুলঘৰটো, তাৰ পাছত এটা পাতজোখা ঘৰ আৰু তাৰ পাছত আৰম্ভ হৈছে চাহনি। পূৰ্ব-প্ৰান্তত চামেলি মেমচা'বৰ ৰঙা টিনপাতৰ চাং-বঙলাটোৰ চাৰিওফালে মাথোন সেউজী চাহগছৰ জোপোহা। প্ৰায় আধা-মাইলমান আঁতৰত হে আৰম্ভ হৈছে বাগিচাৰ বাবু-লাইন। কল-ঘৰটো ভালেখিনি দূৰৈত।

এই বাগিচাখনৰ চাকৰিত সোমোৱাৰ প্ৰথম দিনাখনেই মই যেতিয়া মোৰ পেহাদেউৰ লৰাজনৰ সৈতে এনেয়ে বাগিচাৰ শিলগুটি, কয়লামিহলি নিজস্ব আলিবাটেদি খোজকাঢ়ি ফুৰিছিলোঁ, তেতিয়া পেহাদেউৰ লৰাটোৱে মোক দূৰৈত থকা সৰু ঘৰ এটালৈ আঙুলিয়াই কৈছিল : 'সোণদা, সৌ ঘৰটো আগেয়ে স্কুল-ঘৰ আছিল, তুমি সেইটোত হে পঢ়ুৱাব লাগিলহেঁতেন।' মই তাৰ মুখলৈ চাই ঠিক কথাষাৰ নুবুজি আকৌ প্ৰশ্ন কৰাত—কলে : 'মানে এই স্কুল-ঘৰটো আজিকালি আৰু ব্যৱহাৰ নকৰে। যোৱা বছৰৰপৰা এইটো ঘৰত পঢ়ুৱাবলৈ চাহাবে বন্ধ কৰি দিছে।'

কথাখিনি কৈ উঠিয়ে সি কলে : 'উভতি যাওঁ ব'লা সোণদা। এন্ধাৰো হ'ল।

দুয়ো উভতি আহিছিলোঁ। আৰু এই সময়ত বাগিচাৰ চাৰিওফালে এন্ধাৰৰ ক'লা আঁচলে ঢাকি পেলাইছিল। চাহ-জোপোহাৰ মাজে মাজে উৰি ফুৰা কণ কণ জোনাকী পৰুৱাৰ ক্ষীণ ক্ষীণ পোহৰৰ বিন্দু

বিন্দু কণিকাবোৰ অ'ত ত'ত সিচৰিত হৈ পৰিছিল। সীমাহীন নীৰৱতাৰ মাজত আমি হেৰাই গৈছিলোঁ।

বাগিচাত চাকৰি কৰাৰ লোভ মোৰ কোনোদিনে নাছিল। কিন্তু যেতিয়া কোনোফালে একো কৰিব নোৱাৰিলোঁ, তেতিয়া সহজতে পোৱা এই স্কুল-মাষ্টৰৰ চাকৰিটো এৰি দিয়াৰ সাহস মোৰ নহ'ল। সহজতে পোৱা এই কাৰণেই যে মোৰ পেহাদেউ এই বাগিচাৰে সৰু কেৰাণী। গতিকে চাহাবৰ লগত পেহাদেউৰ ভাল। অলপ কৈ-মেলি দিওঁতেই চাকৰিটো হৈ গ'ল।

মই অৱশ্যে বেলেগে কোৱাৰ্টাৰ এটা পাম, সেইটো অলপ চুণ-কাম কৰিবলৈ বাকী আছে। সম্পূৰ্ণ হৈ উঠিলেই তালৈ যাম। এইকেইটা দিন পেহাদেউৰ লগতে থকাৰ মোৰ ঠিক হৈছে। প্ৰকাৰান্তৰে মই ভালেই পাইছিলোঁ, কাৰণ অকলশৰে আচহুৱা ঠাইৰ অকলশৰীয়া ঘৰ এটাত থাকিবলৈ প্ৰথমেই বৰ টান লাগি উঠিব। কথাটো বুজিয়ে নেকি পেহাদেৱে নিজেই কৈছিল: "তুমি ইচ্ছা কৰিলে ইয়াতে থাকিব পাৰিবা।" মই একো কোৱা নাছিলোঁ। যদিও মনে মনে ভাবি থৈছিলোঁ, কোৱাৰ্টাৰটো সম্পূৰ্ণ হৈ উঠিলেই যাম।

এই বাগিচাত চাকৰি কৰা পেহাদেউৰ বাইশ বছৰবো বেছি হ'ল। পঢ়া-শুনা বৰ বেছি কৰা নাই। মাইনৰ স্কুলৰ ফাইভ্‌মানলৈ পঢ়িয়ে পঢ়া বাদ দি ঘৰৰ শোচনীয় অৱস্থাৰ বাবে চাকৰিত সোমাবলগীয়া হয়। প্ৰথমেই বাগিচাৰ চাহ-বাকচত নম্বৰ দিয়া কাম কৰে; তাৰপিছত ক্ৰমান্বয়ে বুদ্ধি আৰু আন্তৰিকতাৰে কাম কৰি দোপত-দোপে উন্নতি কৰি পেহাদেউ সৰু কেৰাণী হয়গৈ। কামৰ মাজত কোনো ফাকি-ফুকা নাই। সদায় নিয়মিত চাৰে-সাত বজাৰ চাইৰেণ পৰিলেই অফিচ ওলায়, দুপৰীয়া ভাত খাবলৈ আহি অলপ ঘোঁৰা-বাগৰ মাৰি আকৌ লৰ দিয়ে অফিচলৈ। সন্ধিয়া আহি বাগিচাৰ একমাত্ৰ ক্লাবটোলৈ নগৈ ওচৰৰে ডাক্তৰৰ লগত দবা খেলিবলৈ লাগি



যায়। ঘৰ সোমায় ৰাতি প্ৰায় দহ-এঘাৰ বজাত। পেহীদেৱে কোনো আপত্তি নকৰে। ভাত-পানী সজাই থৈ পেহীদেউ বিচনাত বাগৰি থাকে, এটা সময়ত টোপনি আহে; কিন্তু পেহাদেউ আহি গেট খোলাৰ সামান্য শব্দতে সাৰ পাই উঠি খোৱাখিনি যা-যতনাই দিয়ে। পেহাদেৱে সদায় খাবলৈ বহি কয়: 'ঈস্ আজি বৰ পলম হ'ল!"

সামান্য হাঁহি পেহীদেউৱে সদায় কয়: "নাই বেছি ৰাতি হোৱা নাই, দহ বাজি গৈছে হে।"

পেহাদেউৰ লৰা-ছোৱালী চাৰিটি। ডাঙৰজনী ছোৱালী ডিব্ৰুগড়ত মেডিকেল পঢ়ে। তাইৰ তলতে নিলয় ক্লাচ টেন আৰু তলৰ ছুটিৰ এজনী স্কুললৈ যায়, আনটো সৰু। নিলয় ডুমডুমা হাইস্কুলত পঢ়ে, চাৰি মাইল বাট কেতিয়াবা খোজকাঢ়ি যায়, কেতিয়াবা বাগিচাৰ লৰীতে উঠি যায়। পেহাদেউৰ ইচ্ছা নিলয়ক কোনোবা সৈনিক স্কুলত ভৰ্ত্তি কৰি দিয়াব। এই নিলয়ৰ লগতে মই একেটা কোঠালিত থাকিবলৈ লৈছিলোঁ। মোক পাই তাৰ মহা আনন্দ। লৰাটো অমায়িক আৰু পঢ়া-শুনা কৰে। ভালেমান বাহিৰা কিতাপ আগ্ৰহেৰে পঢ়িছে, মাজে মাজে দুই-এটা কবিতাও লিখে যদিও তাৰ বেছিভাগেই অ'ৰ-ত'ৰপৰা বুটলি আনি লগাই দিয়া বুলি গম পাওঁ। সি কোনো কথা সহজে মানি নলয়, চতুৰভাৱে কৌশলেৰে এনে একোটা প্ৰশ্ন মাজে মাজে কৰি বহে যে উত্তৰ দিবলৈ গৈ বহুত সময়ত বেছ অসুবিধাত পৰা যায়।

প্ৰথম দিনাখনেই নিলয়ে মোক ৰাতি পঢ়ি থাকোঁতে এবাৰ সুধিছিল: "বাৰু সোণদা, মানুহ মৰিলে ভূত হয় নেকি?"

মই তাৰ এই অদ্ভুত প্ৰশ্নত অবাক হৈছিলোঁ। সাধাৰণভাৱে কৈছিলোঁ: "মানুহে কয় ভূত হয় বুলি, মই কিন্তু বিশ্বাস নকৰোঁ।"

মোৰ উত্তৰত সি বৰ সন্তুষ্ট হোৱা যেন নেলাগিল। হাতৰ কাঠপেন্সিলডালৰ মূৰটো দাঁতেৰে কামুৰি ধৰি কিবা অলপ চিন্তা কৰা

যেন লাগিল, তাৰ পিছত আকৌ আগৰদৰেই মোৰ ফালে চাই সুধিলে ঃ "তুমি তেনে ভূত বিশ্বাস নকৰা ?"

এইবাৰ মই অলপ অস্বস্তিৰে কৈ উঠিলোঁ ঃ "নকৰোঁ, কিন্তু তোমাৰ কিয় এই প্ৰশ্ন ? দৰকাৰ নাই ৰাতি ভূতৰ কথা উলিওৱাৰ।" নিলয় নিৰুত্তৰ হৈ ৰ'ল। মনোযোগেৰে মেলি লোৱা বিজ্ঞান প্ৰৱেশিকাৰ পাতৰ ওপৰত চকু দিলে যদিও আঁৰ-চকুৰে চাই মই বুজিছিলোঁ যে পঢ়াত তাৰ মন নাই। সেইদিনা আৰু বিশেষ কথা নহ'ল। ৰাতি শুবৰ সময়ত পেহীদেৱে খোৱা-পানীৰ গিলাচ এটা টেবুলত থৈ যোৱাৰ সময়ত কলে ঃ "সোণ, নিলুৰ আকৌ টোপনিটো বৰ বেয়া, কেতিয়াবা বৰ ভয় লগাকৈ চিঞৰ মাৰি উঠে। তুমি চাগৈ অসুবিধাই পাবা।"

পেহীদেউৰ মুখত নিজৰ প্ৰকৃত ৰূপটো ওলাই পৰাত নিলয়ে ভাল পোৱা যেন নেলাগিল। মাকলৈ এবাৰ আঁৰ-চকুৰে চাই নিলয়ে আঁঠুৱা পেলালে। পেহীদেউ ওলাই যোৱাত ময়ো সুবিধা বুজি চিগাৰেটটো জ্বলাই হুবাৰমান হুপি লাইটটো নুমাই দি শুই পৰিলোঁ।

কিমান ৰাতি মোৰ মনত নাই; হঠাতে এক অস্ফুট চিঞৰত মোৰ টোপনি ভাঙি গ'ল। চকু দুটা নেমেলাকৈয়ে বাগৰ সলাই শুব খোজোঁতেই কাণত পৰিল এটি মৃদু উচুপনি। এইবাৰ সচেতনভাৱে মনোযোগ দিলোঁ। হয়, নিলয়ৰ বিচনাৰপৰাই সেই শব্দ ভাহি আহিছে। বিজুলীৰ দৰে হঠাতে মোৰ মনত খেলি গ'ল পেহীদেউৰ কথাষাৰ ঃ 'নিলুৰ আকৌ টোপনিটো বৰ বেয়া...'

চকু দুটা মই মেলি দিলোঁ। বাহিৰত ক'ৰবাৰপৰা শিয়ালৰ চিঞৰ ভাহি আহিছিল, আৰু আহিছিল নাম নজনা পোকৰ বিকট শব্দ। অলপ সময় বিচনাতে পৰি মই এন্ধাৰৰ মাজেদিয়ে নিলয়ৰ বিচনাখনলৈ চাই ৰলোঁ। কান্দোনৰ শব্দ বন্ধ হৈছে, কিন্তু এইবাৰ আৰম্ভ হৈছে এক আচৰিত নাকৰ শব্দ। বোধহয় হাতখন বেয়াকৈ বুকুত পৰি



আছে। মই এন্ধাৰৰ মাজেদিয়ে নিলয়ৰ নাম ধৰি দুবাৰমান চিঞৰিলোঁ। সঁহাৰি নেপালোঁ। বাধ্য হৈ উঠি লাইটটো জ্বলাই দি দেখোঁ কোঁচ-মোচ খাই কেঁচুৰ দৰে পৰি আছে নিলয়। দুয়োখন হাত বুকুৰ মাজত সাবটি থোৱা আছে। মুখেৰে লেলাউটি ওলাইছে। মই গাত ধৰি জগাই দি ভালদৰে শুব কৈ লাইটটো অফ্ কৰি দিলোঁ।

বাগিচাৰ আওপুৰণি ঘৰ—স্কাই-উইণ্ডৰ নাম-গোন্ধেই নাই। চাৰিওফালে দুৱাৰ-খিৰিকীবোৰ বন্ধ থকা হেতুকে এক গা-মন ৰিমঝিম্ কৰা গৰমে কোঠালিটো উত্তপ্ত কৰি তুলিছিল। খিৰিকীখন মেলি দিলোঁ। এছাটি পাতল চেঁচা বতাহ সোমাই আহিল। কেঁচা চাহগছৰ পাতৰ গোন্ধ সেই বতাহত মিহলি হৈ আছিল। ভাল লাগি গ'ল সেই বতাহজাক। চিগাৰেট এটা জ্বলাই মই বাহিৰলৈ চকু দিলোঁ। ঘন ক'লা এন্ধাৰৰ মাজত মুকুতা জিলিকা দি জোনাকীৰ জুই সিচৰতি হৈ আছে। এক অনুভৱৰ অতীত নিস্তব্ধতাই চৌদিশে বাহু মেলি বৈ থকা যেন লাগে।

এটা সময়ত চিগাৰেটটো শেষ হৈছিল। সামান্যভাৱে বহাৰপৰা উঠি খিৰিকীখন বন্ধ কৰিবলৈ গৈ মই থমকি ৰলোঁ। খিৰিকীৰ জালৰ ফাকেদি মোৰ স্পষ্ট চকুত পৰিল—বেছ আঁতৰৰ ঘৰ এটাৰ উজ্জ্বল পোহৰৰ লাইট এটা। কিছুসময় সেইফাললৈ চাই মোৰ ভাব হ'ল—আজি আবেলিয়েতো নিলয়ে সেইটো ঘৰেই মোক দেখুৱাইছিল।

ৰঙচুৱা টিনপাতৰ চাং-বঙলা।

মানুহে কয় সেইটো চামেলি মেমচা'ৰ ঘৰ।

চামেলি মেমচা'ৰ! নামটো মনৰ ভিতৰতে দুবাৰমান জুকিয়াই চালোঁ। আঁতৰৰ উজ্জ্বল লাইটটোৰ পোহৰলৈ বহুসময় একেথৰে চাই ৰলোঁ। এক আচৰিত গোন্ধ আৰু ৰহস্যৰ উশাহ যেন সোমাই আছে এটি-দুটি শব্দৰ মাজত। চাকৰি বিচাৰি আহি পেহাদেউৰ ঘৰত এদিন থাকিয়েই উভতি গৈছিলোঁ। সেইদিনাই প্ৰথম শুনিছিলোঁ সেই

নাম। সেইদিনাই প্ৰথম দেখিছিলোঁ সেই ঘৰ। পেহীদেৱে কৈছিল ঃ "সোণ, তুমি আহিলে ভালেই হব। মোৰ দেখোন আজিকালি অকলে অকলে বেয়া লাগে। পেহাদেৱেৰাবতো খবৰেই নাই। লৰা-ছোৱালীকেইটা লৈ মোৰ হে চিন্তা।"

পেহীদেউৰ চিন্তা কি মই নুবুজিলোঁ। ইমান ভাগ্যৱতী তিৰোতা কমেই হে চকুত পৰিছে; পঢ়া-শুনা নথকা জকাইচুকীয়া গাঁওৰপৰা পেহাদেৱে বুটলি আনিছিল। আলফুলে বুকুৰ অফুৰন্ত মৰম উজাৰ কৰি দিছিল। পেহাদেউৰ অৱস্থা ভাল হৈছে। ছোৱালী ডাক্তৰি পঢ়িছে, টাউনতো মাটি এটুকুৰা লোৱা আছে, সুন্দৰ চলনশীল সংসাৰ; ইয়াৰ মাজত চিন্তা কিহৰ?

পেহীদেৱে কৈছিল ঃ "এইখন বাগিচাত থকা মোৰ ওঠৰ বছৰবো বেছি হ'ল, অথচ আজি এবছৰমানৰপৰা মোৰ এই বাগিচা সহ্য নোহোৱা হৈছে। ক'তা, আগেয়েতো মোৰ কেতিয়াও এনেকুৱা লগা নাছিল। মই সদায় পেহাদেৱেৰাক কৈআছোঁ, ডুমডুমাত লৈ থোৱা মাটি-টুকুৰাতে সৰুকৈ ঘৰ এটি সাজি-মেলি দিয়ক, মই তাতে থাকোঁগৈ।"

কথাখিনি কৈ থাকোঁতে মই লক্ষ্য কৰিছিলোঁ পেহীদেউৰ মুখত স্পষ্ট বিৰক্তি আৰু বিতৃষ্ণাৰ ভাব। যেন মনৰ মাজত ইমানদিনে পুহি ৰখা এটা সঁচা কথা অকস্মাৎ মোৰ আগত কৈ দি মনে মনে যদিও অনুতপ্ত, তথাপিতো সেইকথা অস্বীকাৰ কৰাৰ সাহস তেওঁৰ নাই। মই পৰিস্থিতিটো সহজ কৰি তুলিবলৈ কৈ পেলালোঁ ঃ "আপুনি মিছাকৈয়ে চিন্তা কৰিছে। কেইদিনমানৰ বাবে অ'ৰ-ত'ৰপৰা ঘুৰি-ফুৰি আহিলেই ভাল লাগি যাব।"

মোৰ উত্তৰত পেহীদেৱে বিশেষ কোনো সান্ত্বনাৰ সুৰ হয়তো বিচাৰি নেপালে। ইফালে-সিফালে চুবাৰমান চাই যথাসম্ভৱ মাতটো সৰুকৈ পেহীদেউৱে কলে ঃ "আচল কথা সোণ, বাগিচাৰ আগৰ অৱস্থা নাই। মানে সকলো আছে অথচ কিবা এটা যেন নাই।"



এইখিনি কৈ পেহীদেউ আঁতৰি গৈছিল। মই ঠিক বুজিও একো নুবুজাৰ দৰে লাগিল। পেহীদেৱে মোক কিবা এটা কব খুজিছে অথচ কব পৰা নাই। এক অব্যক্ত সন্দেহ মোৰ মনৰ মাজত উকি দিলে। কোনো এটা মুহূৰ্ত্তই মোৰ বাবে সহজ নহয় যেন লাগিল।

সেইদিনাখনেই আবেলি মই, নিলয় আৰু পেহীদেউ এনেয়ে বাহিৰৰ ফিল্ডতে বহি আছিলোঁ। নিলয়ে ট্ৰিবিউনৰ 'ফেনটম'টো উলিয়াই মোক বুজাই দিবলৈ কৈছিল। ময়ো কিবাকিবি কৈ আছিলোঁ। পেহীদেউ আধা-গোঁঠা চুৰেটাৰ এটা লৈ গুঁঠি আছিল। এনেতে হঠাৎ পেহীদেৱে প্ৰায় দৌৰি যোৱাৰ দৰেই আমাৰ আগেৰে পাৰ হৈ খৰখেদাকৈ গৈ ভিতৰ সোমাল। মই অলপ আচৰিত হৈ পেহীদেউ যোৱাৰ ফালে চাই এবাৰ নিলয়ৰ মুখলৈ চালোঁ। নিলয়ৰ চকু তেতিয়া ফেন্‌টমত নাই। চকু আছিল আলিবাটত। মই দেখিলোঁ, এজন সুশ্ৰী অতিপাত ক্ষীণ মানুহ পাইপ এডাল খাই খাই ধীৰ খোজেৰে পাৰ হৈ গৈছে। মানুহজনৰ পিন্ধনত এটা খাকী লং-পেন্ট, জীনৰ এটা কোট। জুখি জুখি দিয়া খোজ, ঠিক যেন বিয়াৰ ৰভাতলীলৈ কইনাই প্ৰথম খোজ হে দিছে।

এটা সময়ত মানুহজন আমাৰ দৃষ্টিৰ আঁৰ হৈ গ'ল। দূৰৈৰ চাহগছৰ মাজৰ শাৰী শাৰী শিৰিষ গছৰ ওখ ডাল-পাতবোৰ হে মাথোন আমাৰ দৃষ্টিত ৰ'ল। মই কিবা এটা সোধাৰ আগতে নিলয়ে চিঞৰি কলে ঃ মা, এতিয়া আহিব পাৰিবা, আহা।"

মই পাছলৈ উভতি চালোঁ। পেহীদেউ নাই; নাহিল।

নিলয়ক সুধিলোঁ ঃ "সেয়া কোন নিলু?"

"বাৰ্কলে চাহাব, আগেয়ে এই বাগিচাৰ মেনেজাৰ আছিল।"

"আৰু এতিয়া?" মই সুধিলোঁ; কাৰণ মোৰ কৌতূহল ক্ৰমাগত বাঢ়ি গৈছিল। নিলয়ে আকৌ এবাৰ দূৰলৈ চাই পঠিয়াই কলে ঃ "এতিয়া আৰু নাই।"

নিলয়ে আকৌ অইন কথালৈ মনোযোগ দিলে। ময়ো সেই কথাত অংশ ললোঁ। কিন্তু কিয় কব নোৱাৰোঁ মোৰ মনৰ মাজত বৈ বৈ সেই সুশ্ৰী, ক্ষীণ মানুহজনৰ ছবিটিয়ে আহি ভুমুকি মাৰি থাকিল। অলপ পিছত পেহীদেউ ওলাই আহিল। আহিয়ে আলিবাটলৈ চাই দূৰ দিগন্তলৈ দৃষ্টি মেলি ধৰি নিলয়ক সুধিলে: "কেনি গ'ল অ' নিলু ?"

কোন গ'ল আৰু কাৰ কথা সুধিছে সেই কথা নিলয়ে সহজেই বুজি পাই কলে: "এই ফালেদিয়ে গৈছে, চামেলি মেমচা'বৰ বঙলালৈ বোধ হয়।" পেহীদেউৰ মুখলৈ চাই মই দেখিলোঁ তেওঁৰ চকু বহু আঁতৰৰ কিবা এটাৰ ওপৰত নিবদ্ধ। মই বোবা মানুহৰ দৰে বহি ৰলোঁ। পেহীদেউ আকৌ ভিতৰ সোমাই গ'ল। এইবাৰ সাহস গোটাই নিলয়ক সুধিলোঁ: "চামেলি মেমচা'ব কোন নিলু।"

মোৰ অপ্ৰত্যাশিত এই প্ৰশ্নৰ কোনো উত্তৰ নিলয়ৰ মুখত নাছিল। হয়তো সেই প্ৰশ্ন মই নিলয়ৰ দৰে সৰু লৰা এটাক কৰাটোৱে ভুল হৈছে। নিলয়ে স্বাভাৱিকভাৱেই কলে: "মই নেজানো।"

নিলয়ৰ উত্তৰত মই হতাশ হৈছিলোঁ। তথাপি সুধিলোঁ: "বঙলানো কোনটো ?"

এইবাৰ নিলয় থিয় হ'ল। অলপ আগলৈ আহি দূৰলৈ আঙুলিয়াই কলে: "ইয়ালৈ আহা সোণদা, ইয়াৰপৰা ভালদৰে দেখিবা, সৌৱা···এইফালে চোৱা···সেই ওখ বৰগছজোপাৰ কাষেৰে·· ৰঙা টিনপাতৰ যিটো ঘৰ···"

ৰঙা টিনপাতৰ চাং-বঙলাটো মোৰ চকুত পৰিছিল। চকুত পৰিছিল সেউজী চাহগছৰ এমূৰে মূৰ তুলি বৈ থকা সুউচ্চ ঘৰটো।

সেইদিনা মই আৰু একো নুসুধিলোঁ। মানে সোধাৰ আগ্ৰহ থাকিলেও ইচ্ছা কৰিয়ে বিৰত আছিলোঁ। আৰু আজি এই এন্ধাৰ



ৰাতি অকলশৰে এটা কোঠালিৰ খোলা খিৰিকীয়েদি দূৰৈৰ উজ্জ্বল পোহৰৰ লাইটেৰে উদ্ভাসিত হৈ থকা চামেলি মেমচা'বৰ বঙলালৈ চাই চাই মোৰ হঠাতে মনটো এক অজান কৌতূহল আৰু সন্দেহেৰে ভৰি পৰিল। বাহিৰৰপৰা এটা জোনাকী পৰুৱা ভিতৰ সোমাইছিল। দূৰৈত বৈ বৈ দিয়া শিয়ালৰ চিঞৰ তেতিয়াও ভাহি আহি আছে। চিগাৰেটটো মোৰ শেষ হৈছিল। নিলয়ৰ বোধহয় আকৌ বুকুৰ ওপৰত হাত পৰিছে, নাকেৰে আগৰ দৰেই বিকট শব্দ ওলাইছে। খিৰিকীখন বন্ধ কৰাৰ আগেয়ে আকৌ এবাৰ চামেলি মেমচা'বৰ বঙলালৈ চাই মই বিচনাত উঠিলোঁ। জোৰ কৰি চকু দুটা মুদি শুবৰ চেষ্টা কৰিলোঁ।

মনৰ চকু কিন্তু অশান্ত হৈ ৰ'ল।

চামেলি মেমচা'বৰ বঙলা। জীনৰ কোট, পাইপেৰে সুশ্ৰী, ক্ষীণ মানুহজন। নাম বাৰ্কলে।

'কেনি গ'ল অ' নিলু ?'

'এই ফালেদিয়ে গৈছে, চামেলি মেমচা'বৰ বঙলালৈ বোধহয়।'

'তুমি আহিলে ভালেই হব সোণ, মোৰ দেখোন আজিকালি ইয়াত থাকিবলৈ সমূলি ভাল নেলাগে।' পেহীদেউৰ কথা।

'সোণদা, মানুহ মৰিলে ভূত হয় নেকি ? নিলয়ৰ প্ৰশ্ন।

এটা ঘৰ। ৰঙা টিনপাত। এটা চাকৰি। দৰমহা এশ পঁচিশ। ফ্ৰি কোৱাৰ্টাৰ। সদায় থাকিম জানো ? ডুমডুমাৰ সেই ক্ষীণ অহঙ্কাৰী ছোৱালীজনী। মোৰ প্ৰতি থকা তাইৰ বিদ্বেষ। কাইলৈৰপৰা স্কুল। শুব লাগিল। টোপনি আহিব, আহিব। এটা ঘৰ ৰঙা-টিনপাতৰ।

এজনী মেমচা'ব। নাম চামেলি।

স্কুল মানে প্ৰায় তিনি কুৰি বনুৱাৰ লৰা-ছোৱালীৰ স্কুল। বাবু-লাইনৰ দুই-এজনৰ লৰা-ছোৱালীও আছে। হলেও সেয়া সংখ্যাত কম। আৰু এজন পুৰণি শিক্ষক আছে, গতিকে মোৰ অসুবিধা বিশেষ

নহ'ল। প্ৰথম দিনা পঢ়ুৱাই ভালেই লাগিল। কণ কণ লৰা-ছোৱালীবোৰৰ নাম-ধাম সুধি প্ৰথম দিনাখনেই মই সহজ হৈ লৈছিলোঁ। এদিন-দুদিনকৈ কেইদিনমান পাৰ হৈ গ'ল।

ইতিমধ্যে বাগিচাৰ প্ৰায়ভাগ মানুহৰে সৈতে মোৰ চা-চিনাকি হৈ উঠিছে আৰু দুই-এজনৰ লগত ঘনিষ্ঠতাও গঢ়ি উঠিছে। স্কুলৰ পিছৰ সময়খিনি ঘৰতে বহি কিতাপ-পত্ৰ চাই-মেলি কটাওঁ, আবেলি নিলয়ৰ লগত বাগিচাৰ মাজে মাজে অলপ ফুৰি আহোঁ। সন্ধিয়া হোৱাৰ লগে লগে নিলয়ক ঘৰত থৈ মই ক্লাবলৈ যাওঁ। কেতিয়াবা তাচ খেলোঁ, কেতিয়াবা কেৰম্। আৰু কেতিয়াবা একো নকৰি এনেই বহি সময় কটাওঁ। ভাল নেলাগিব, ভাল নেলাগিব বুলি ভবা বাগিচাৰ এই শান্ত নীৰৱ পৰিৱেশ হঠাতে মোৰ ভাল লাগি উঠিল। মোৰ ভাল লগা দেখি পেহাদেউ-পেহীদেউ দুয়োৰে মুখত হাঁহি ফুটিল। নিলয়ৰতো কথাই নাই। উৎপলাই মেডিকেল কলেজৰপৰা চিঠি লেখিলে: 'তোমাৰ বাগিচা ভাল লগা শুনি ভাল পাইছোঁ। কিন্তু চাবা সোণদা, তোমাৰ আকৌ গল্প-চল্প লিখাৰ চখ আছে নহয়, ক'ৰবাত বনুৱা ছোৱালীৰ মোহত পৰি নিজেই নায়ক হৈ নেযাবা,… পূজাৰ বন্ধত গলে তোমাক ধুনীয়া গল্পৰ প্লট এটা দিম। সেইখন বাগিচাৰে ছোৱালী। নাম এতিয়া নকওঁ।'

উৎপলাৰ চিঠি পঢ়ি মই হাঁহিছিলোঁ। এতিয়াও সৰু ছোৱালীৰ দৰে চঞ্চলতা যোৱা নাই। গল্প মই লিখিছিলোঁ, এতিয়াও লিখোঁ। কিন্তু তাৰ বাবে এই বাগিচা কিয়? অসমীয়া সাহিত্যত আজিকালি লিখাত বেচিনেচ নেথাকিলে সাহিত্যই নহয় বুলি বহুতেই কব খোজে। মই সেই দলত নাই।

স্কুলৰ কামৰ মাজতো আৰু আন আন মুহূৰ্ত্তৰ বিনিময়ৰ ভিতৰতো মই এবাৰলৈও পাহৰি যোৱা নাছিলোঁ সেই ৰঙচুৱা টিনপাতৰ চাং-বঙলাটোৰ কথা। চামেলি মেমচা'বৰ কথা। বহুদিন, বহুপ্ৰকাৰে



মই চামেলি মেমচা'বৰ কথা উলিয়াইছোঁ। কিন্তু পেহাদেউ অথবা পেহীদেউ কাৰো মুখতে মই কোনো উৎসাহ নেদেখোঁ। যেন সেইটো নাম লব নেপায়, যেন সেইটো নামৰ মাজত এক অপ্ৰকাশৰ মলিন ছায়াৰ প্ৰতিবিম্ব নিহিত আছে। বাৰ্কলে চাহাবক ইয়াৰ ভিতৰত মই কেইবাদিনো লগ পাইছোঁ, দেখিছোঁ আৰু এদিন কথাও পাতিছোঁ। সেইটো দিন—

শনিবাৰৰ বজাৰ বহিছিল সেইদিনা বাগিচাত। মই কোনো প্ৰয়োজন নেথাকিলেও বজাৰৰ কাষেদি এনেয়ে পাক এটা মাৰিছিলোঁ। সপ্তাহৰ তলব পাই বনুৱাবোৰৰ দৈনন্দিন প্ৰয়োজনীয় সামগ্ৰী গোটোৱাৰ অফুৰন্ত উৎসাহ আৰু উদ্দীপনা চাই চাই ভাল লাগে। আটিল দেহৰ বনুৱা গাভৰুৰ ৰং-চঙীয়া কাপোৰৰ মাজত লুকাই থকা ফুটন্ত যৌৱনৰ এধানি এধানি চপল চঞ্চল দেহৰ সুষমা, সিহঁতৰ হাঁহি-খিকিন্দালি চাই চাই কাৰেইবা ভাল নেলাগিব। এক অনাৰ ভজা বুট কিনি লৈ চোবাই চোবাই বাগিচাৰে মাইকী-মহৰীজনৰ লগত কথা পাতি আছিলোঁ। এনেতে মই দেখিলোঁ বাৰ্কলে চাহাব মৃদু মৃদু খোজেৰে বজাৰৰ মাজলৈ সোমাই গৈছে। বাৰ্কলে চাহাবক দেখি দোকানীবোৰে চালাম জনাই গ'ল, তেওঁ কিছুমানক প্ৰত্যুত্তৰ দিলে, কিছুমানক নিদিলে। নানান কথা আৰু হাই-উৰুমিৰে হৈ-চৈ হৈ থকা বজাৰৰ হুলস্থুলীয়া পৰিৱেশটো খন্তেকতে নিটাল হৈ গ'ল। বাৰ্কলে চাহাবে গৈ এজন দোকানীৰ লগত কিবা কথা পাতিলে, তাৰ পিছত দোকানবোৰৰ আগে আগে অলপ বৈ বৈ আগবাঢ়ি গৈ গৈ এখন দোকানৰ সমুখত অলপ সময় নিটাল মাৰি আকৌ যেনেদৰে আহিছিল, তেনেদৰেই বজাৰৰপৰা ওলাই গুচি গ'ল। মই মন্ত্ৰমুগ্ধ সাপৰ দৰে স্থিৰ হৈ মাথোন তেওঁকেই চাই ৰলোঁ। বাৰ্কলে চাহাব যোৱাৰ পিছত বজাৰত আকৌ আগৰ দৰেই হুলস্থুল আৰু হাই-উৰুমিৰ সৃষ্টি হ'ল।

প্ৰায় পোন্ধৰ মিনিটমান পিছত মই হঠাতে সচেতন হৈ ভাবিলোঁ, বাৰ্কলে চাহাব ক'লৈ গ'ল। মই জনাত বাৰ্কলে চাহাব থাকে সেই বাগিচাৰে পুৰণি মেনেজাৰৰ বঙলাটোত। আৰু জানো যে আজি প্ৰায় পাঁচ বছৰ আগতে বাৰ্কলে চাহাব বাগিচাৰ কামৰপৰা ৰিটায়াৰ কৰে। অথচ ৰিটায়াৰ কৰাৰ পিছতো বাৰ্কলে ইংলণ্ডলৈ উভতি নগ'ল। বাৰ্কলে চাহাব বিৱাহিত মানুহ, স্ত্ৰী আৰু লৰা-ছোৱালী ইংলণ্ডত আছে, অথচ মানুহজন ইয়াতে এনেকৈ অকলশৰে পৰি আছে। বহুতে কয় যে বাৰ্কলে চাহাবৰ মগজুৰ গণ্ডগোল হৈছে। কেতিয়া কি কৰে কোনো ঠিক নাই। আৰু মই শুনিছিলোঁ, বাৰ্কলে চাহাব নিয়মিত কিন্তু আবেলি সময়ত সদায় সেই ৰঙচুৱা টিনপাতৰ ঘৰটোলৈ যায়। কিয় যায়, কি কৰে, কোনোৱে নেজানে! মাথোন বাগিচাৰ মানুহৰ মুখে মুখে শুনা যায় যে চামেলি মেমচা'বে এই মানুহজনক ধ্বংস কৰিলে। মই আৰু একো নেজানো। সুধিবলৈ কাবোবাক পালেও আৰু সুধিলেও কোনোৱে একো কথাৰ সঠিক উত্তৰ দিব নোৱাৰে। যেন এক দুৰ্ভেদ্য সাঁথৰ বাৰ্কলে চাহাব। দুৰ্ভেদ্য সাঁথৰ এই চামেলি মেমচা'ব।

কেবাদিনো মই ভাবিছোঁ এবাৰ সেই ৰঙচুৱা টিনপাতৰ ঘৰটোলৈ যাম। গৈ চাই আহিম কোন সেই চামেলি মেমচা'ব, কি কৰে, কিয় আছে, কিয় থাকে; কিয় যায়, কিয় আহে বাৰ্কলে চাহাব। চব কথা জনাৰ এক অদ্ভুত ইচ্ছা মোৰ মনৰ ভিতৰত সদায় জাগিছিল। অথচ সেইকণ যোৱাৰ বাবে প্ৰয়োজনীয় সাহস আৰু মানসিক প্ৰস্তুতি মই গোটাব পৰা নাছিলোঁ। বহুদিন ৰাতি হঠাৎ সাৰ পাই উঠিলে সেই একেদৰেই নিলয়ৰ কোঠালিৰ খিৰিকী খুলি মই দূৰলৈ, বহু দূৰৈত জিলিকি থকা ঘৰটোলৈ চাওঁ। কেতিয়াবা পোহৰ দেখোঁ। কেতিয়াবা এন্ধাৰ দেখোঁ। ধৰা দিয়া-নিদিয়াৰ দৰে মোৰ বাবে এক দুৰ্ভেদ্য সাঁথৰ সেই ঘৰ।

গতিকে সেইদিনা বাৰ্কলে চাহাব বজাৰৰপৰা ওলাই যোৱাৰ



পিছতে মই ভাবিলোঁ আজি মই চামেই বাৰ্কলে চাহাব ক'লৈ যায়। লগৰজনক বিদায় দি মই কলঘৰৰ সীমানা পাৰ হৈ বেগাই খোজ দিলোঁ। এডোখৰ ঠাইত থিয় হৈ চাৰিওফালে চালোঁ, ক'তো চকুত নপৰিল বাৰ্কলে চাহাবক। মাথোন অ'ত ত'ত সিচৰতি বজাৰৰপৰা উভতি যোৱা বনুৱাৰ দল। এনেতে মই দেখিলোঁ বাগিচাৰ পাতঘৰৰ নামনিয়েদি আঠ নম্বৰ লাইনৰ সৰু বাটটোৰে বাৰ্কলে চাহাব খোজকাঢ়ি গৈ আছে। কিন্তু সেইটো বাটেৰে কিয়? মই অলপ ইতস্ততঃ কৰিলোঁ। কিন্তু পিছ-মুহূৰ্ত্ততে মই অনুসৰণ কৰিলোঁ। শুকান পাতত পৰা মোৰ ভৰিৰ শব্দত ঘূৰাৰমান উভতি চাইছিল বাৰ্কলে চাহাবে। ময়ো নিৰাপদ দূৰত্বত ইফালে-সিফালে চাই খোজ দিছিলোঁ। এবাৰ হঠাতে বাৰ্কলে চাহাবে ৰৈ গৈ সুন্দৰ ইংৰাজীত মোক সুধিলে, মই কোন, কিয় মই আহিছোঁ, কি মই কৰোঁ?

প্ৰথমতে মই প্ৰায় খত্‌মত্‌ খাইছিলোঁ। এনে এক অৱস্থাৰ সন্মুখীন হম বুলি মই এবাৰলৈও ভবা নাছিলোঁ। সহজভাৱে মই কলোঁ মোৰ পৰিচয়। মোৰ পৰিচয় জানি উঠি বাৰ্কলে চাহাবে মোক পিঠিত থপৰিয়াই থপৰিয়াই উৎসাহ দি কলে যে শিক্ষকতা বৰ ভাল কাম। আমাৰ দৰে ডেকা লৰাৰ এনেবোৰ কামত আত্মোৎসৰ্গ লাগে। তাৰপিছত আৰু কিছুদূৰ গৈ 'আকৌ দেখা হব' বুলি কৈ বাৰ্কলে চাহাব বেগাই খোজ দি আঁতৰি গৈছিল।

মই উভতি আহিছিলোঁ, মনে মনে যথেষ্ট লাজো পাইছিলোঁ। মানুহবোৰে মিছায়ে কিয় বাৰু মানুহ এজনৰ ওপৰত অপবাদ দিয়ে। মোৰ নিজৰো যদি বাৰ্কলে চাহাবৰ প্ৰতি কিবা এক অন্য মনোভাৱে শিপা মেলি আছিল সেয়া নোহোৱা গৈ গ'ল। মনে মনে ভাবিছিলোঁ হয়তো মানুহজনৰ কিবা এক অন্য কথা, কিবা এক অন্য বেদনা আছে, যিহৰ বাবে স্বাভাৱিক মানুহৰ দৰে তেওঁ নেথাকে, নুফুৰে, নুঘূৰে। সেয়া হয়তো একান্ত ব্যক্তিগত।

বার্কলে চাহাবক লগ পোৱাৰ দিনা উভতি আহি মই পেহীদেউক কথাটো কৈছিলোঁ। কথা শুনি পেহীদেউ জাঁপ মাৰি উঠিল। কি দৰকাৰ আছিল তোমাৰ ইমানখন হলি-গলি কৰাৰ, কিয় তুমি কথাৰ মহলা মাৰিলা, ইত্যাদি প্ৰশ্ন কৰি পেহীদেৱে মোক ব্যতিব্যস্ত কৰি তুলিলে। মানুহ এজনৰ লগত কথা পতাটোত দোষ কিহৰ মই নুবুজিলোঁ। মই যিমান উৎসাহেৰে বাৰ্কলে চাহাবৰ বিষয়ে কম বুলি ঘৰলৈ আহিছিলোঁ, সেই উৎসাহৰ মূৰত পেহীদেউৰ এই উক্তিয়ে চেঁচা পানী ঢালিলে। মই একো আৰু নকলোঁ। সেইদিনা ৰাতি শোৱা-কোঠালিত সোমাই ভাত-পানী খাই ইচ্ছা কৰিয়ে বিচনাত বাগৰি আছিলোঁ। গোটেই পৰিস্থিতিটোৱে মোৰ বাবে অসহজ অসহজ যেন লাগিছিল। নিলয় মোৰ ওচৰলৈ আহি শুই থকা দেখি ভিতৰলৈ গুচি গ'ল। অলপ পিছত পেহীদেউ সোমাই আহিছিল। মোৰ কি হৈছে বুলি সুধি পেহীদেৱে কৈছিল, "সোণ, তেতিয়া মই বহুত কিবা-কিবি তোমাক কলোঁ, ভুল নুবুজিবা। আচল কথা হৈছে বাৰ্কলে চাহাব বেয়া মানুহ। চৰিত্ৰ বৰ বেয়া। বদ্‌নাম আছে। আৰু বহুত কথা আছে, যিবোৰ মই তোমাক কব নোৱাৰোঁ।" কথাখিনি কৈ উঠি পেহীদেউ ওলাই গৈছিল। বেয়া লাগি থকা মনটো আৰু বেছি বেয়া হৈ পৰিল। এজন মানুহক যেতিয়াই যি মুহূৰ্ত্তত মোৰ ভাল লাগি উঠিল, ঠিক সেই মুহূৰ্ত্তত সেইজন মানুহৰ বিষয়ে পেহীদেউৰ শেষোক্ত শব্দকেইটাই অন্য এক ৰং ছটিয়াই দিলে। মনৰ মাজৰপৰা প্ৰায় বিৰক্ত হৈয়েই বাৰ্কলে চাহাবৰ কথা মই আঁতৰাই পেলালোঁ। কি দৰকাৰ মোৰ আনৰ বাবে ইমান চিন্তাৰ ?

দৰকাৰ মোৰ নাছিল সঁচা কথা।

কিন্তু কেতিয়াবা কেতিয়াবা দৰকাৰ নথকাকৈও বহু কাম পৃথিৱীত কৰিব লগীয়া হয়। সেই সময়ত মুহূৰ্ত্তৰ কথাই সঁচা হৈ ধৰা দিয়ে। সময়ৰ সামগ্ৰিক আবেদন-পুষ্ট ফল মূল্যহীন যেন লাগে।



যি বাৰ্কলে চাহাবৰ কথা এদিন মই জানিবলৈ অত্যন্ত আগ্ৰহান্বিত হৈ উঠিছিলোঁ, আৰু আন এদিন বিৰক্তিত নিৰ্ব্বাক হৈ মাথোন আঁতৰি আহিব খুজিছিলোঁ, আন এদিন সেই বাৰ্কলে চাহাবৰ কথাই মোক—

কথাটো এনে ধৰণৰ।

পৰিচিত বাগিচাৰ পৰিৱেশ মোৰ দিনে দিনে ভাল লাগি উঠিল। ইতিমধ্যে মোৰ চাকৰি কৰাও আঠ মাহৰ বেছি হৈ গ'ল। এদিন মই ইচ্ছা কৰিয়ে অলপ মুকলি হবলৈ পেহীদেউক কলোঁ যে পূজাৰ বন্ধৰ পিছত মই আত্মীয়াকৈ থকাৰ কথাই ভাবিছোঁ। কথাষাৰ শুনি পেহীদেৱে হুকুহুকাই কান্দি পেলালে। মই বিবুদ্ধিত পৰিলোঁ। পেহীদেউৰ ধাৰণা যে মই বেয়া পাই যাবলৈ ওলাইছোঁ, অইন আৰু একো কথা নহয়। তেনে অৱস্থাত মই উপায়হীন হৈ কলোঁ যে মই নেযাওঁ, থাকিম।

মনটো বেয়া লগাত সেইদিনা ডুমডুমালৈ ওলাই গৈছিলোঁ। লগৰ দুই-এজন চিনাকি বন্ধু পাই ফুৰি-মেলি, চিনেমা চাই চাইকেল মাৰি ৰাতি উভতি আহিছিলোঁ। বাটত দুই-এজন লগো অৱশ্যে পাইছিলোঁ। বাগিচাৰ সীমা সোমোৱাৰ আগতেই কেট্‌ল ব্ৰীজখন পায়। তাৰ ওপৰেৰে পাৰ হৈয়ে মই দেখিলোঁ কোনোবা এজন বৰ ব্যস্ত হৈ খোজ দিছে। ওচৰ পাই উভতি চাই দেখিলোঁ বাৰ্কলে চাহাব।

ইমান ৰাতি বাৰ্কলে চাহাব ক'লৈ যায় ?

বাগিচাৰ পূব-প্ৰান্তৰ সেইটো দিশলৈ চাই পঠিয়ালোঁ। চামেলি মেমচা'বৰ ঘৰটো এন্ধাৰ।

মোক তেওঁ চিনি পেলাইছিল। সুন্দৰ অসমীয়াত মোক "মাষ্টৰবাবু" বুলি মাতিলে। মই চাইকেলৰপৰা নামিলোঁ। টাউনৰপৰা অহা বুলি কলোঁ। তেওঁ হাঁহি জোৰে জোৰে পাইপটো হুপি ধোঁৱা উলিয়াই হঠাতে মোক সুধিলে, মই ড্ৰিঙ্ক কৰোঁ নে নাই !

মূৰ জোকাৰি মই নকৰোঁ বুলি কলোঁ। তাৰপিছত কোনো কথা নোহোৱাকৈ আমি বহুদূৰ আহিলোঁ। মই তিনি আলি এটাত বিদায় লব খোজোঁতেই বাৰ্কলে চাহাবে আকৌ মোক কলে, মই তেওঁৰ লগত যাব লাগে। মোক হেনো তেওঁৰ ভাল লাগিছে।

মনে মনে ভয়ো খাইছিলোঁ। এনেয়ে মানুহে বাৰ্কলে চাহাবক শ্ৰদ্ধাৰ চকুৰে নেচায়, সকলোৱে লেইলেই-ছেইছেই কৰে। এই অৱস্থাত ইমান ৰাতি মানুহে দেখিলেবা কি ভাবে? অথচ প্ৰতিবাদ কৰাৰো সাহস হোৱা নাই। মোৰো মানুহজনৰ প্ৰতি এক অসীম কৌতূহল আছিল। একো নোকোৱাকৈ দুয়ো আগবাঢ়িলোঁ।

এটা সময়ত আহি আমি দুয়ো চামেলি মেমচা'বৰ বঙলাৰ সমুখত থিয় হলোঁ। ইমান ওচৰৰপৰা মই এই বঙলা দেখা নাছিলোঁ। চাৰিওফালে মৰিশালিৰ দৰে মূক নিৰ্জনতা। অজ্ঞাতভাৱেই মোৰ চকুৰ দৃষ্টি এন্ধাৰৰ মাজেদিয়ে ইফালৰপৰা সিফাললৈ বাগৰি গ'ল। গেটৰ ওচৰ পোৱাৰ লগে লগে কুকুৰ এটাই চিঞৰি উঠিল। কিবা এটা নাম ধৰি বাৰ্কলে চাহাবে চিঞৰাত কুকুৰটো নীৰৱ হ'ল। এনেতে হঠাত বঙলাটোৰ আটাইবোৰ লাইট জ্বলি উঠিল। অলপ পিছতেই সমুখৰ দুৱাৰ এখন মেল খালে। মানুহ এজন ওলাই আহি অভিবাদন জনালে। মোকো জনাইছিল। বাৰ্কলে চাহাবে ইঙ্গিতেৰে তাক কিবা এটা কৈ মোক ভিতৰলৈ মাতিলে। মোৰ হাতৰ চাইকেলখন মানুহজনে খুজি লৈ আঁতৰাই নিলে আৰু মই বিস্ময়াভিভূত হৈ বাৰ্কলে চাহাবৰ পাছে পাছে এটি প্ৰশস্ত কোঠালিত সোমাই পৰিলোঁ।

বেছ আহল-বহল কোঠালি, চকী-মেজবোৰ চিকুণাই ৰখা আছে। এটা কোণত এখন ডাঙৰ লুকিংগ্লাচ। বেৰত দুই-এখন অইল পেইন্টিংচ্। বাৰ্কলে চাহাব সোমাই আহি পাইপডালত নতুনকৈ মিক্শ্চাৰ ঢালি ঢালি সুধিলে, মই এইটো কাৰ ঘৰ জানো নে নাই?



জানো বুলি কব খুজিও নকলোঁ! চাওঁচোন, বাৰ্কলে চাহাবে কি কয়?

একো নকলে। পাইপডাল জ্বলাই হুইল-চেয়াৰখনত আউজি মোৰ মুখলৈ একেথৰে চাই ৰ'ল। মই বৰ অস্বস্তি পাইছিলোঁ। এনে এক আচহুৱা অৱস্থাৰ সন্মুখীন হোৱাটো মোৰ ধাৰণাৰ বাহিৰত আছিল। তাৰোপৰি পেহীদেউৰ সেই কথা শুনাৰ পিছত মোৰ···

কাৰোবাৰ হাতৰ চুৰীৰ শব্দ। মই উভতি চালোঁ। কোনো নাই। অলপ পিছত এজন বাবুৰ্চীয়ে ড্ৰিঙ্কচৰ বটল-গিলাচ আনি বাৰ্কলে চাহাবৰ সমুখত দিলে আৰু মোৰ সমুখত দিলে একাপ কফি। বাৰ্কলে চাহাবে ইতিমধ্যে খোৱা আৰম্ভ কৰিছে, ময়ো কফিৰ কাপত মুখ দিছিলোঁ যদিও প্ৰতি মুহূৰ্ত্তে মোৰ মনে কৈছিল: ক'তা চামেলি মেমচা'ব ক'তা?

বটলৰ পিছত বটল শেষ হৈছিল। ইমান খাব পাৰে বুলি মোৰ ধাৰণাৰ বাহিৰত আছিল। অথচ সুন্দৰভাৱে বহি বহি পাইপডালত মাজে মাজে হোপা দি বাৰ্কলে চাহাবে এনে এক ভঙ্গীত বহি আছিল যেন বাহ্যিক কোনো স্পৰ্শৰ ভিতৰতে তেওঁ নাই। মোৰ অস্বস্তি লগা কথাটো এটা সময়ত তেওঁ উপলব্ধি কৰিয়ে হয়তো কৈছিল যে তেওঁ আজি বৰ আনন্দিত, কাৰণ মই তেওঁৰ ওচৰত এনেদৰে বহিছোঁ, একেলগে খাইছোঁ, কথা পাতিছোঁ।

মই লাজ পাইছিলোঁ। গতিকেই মই প্ৰতিবাদ কৰা নাছিলোঁ। মাথোন অদমনীয় কৌতূহল ৰাখিব নোৱাৰি মই মাজতে সুধিছিলোঁ, "আপুনি ইংলণ্ডলৈ উভতি নেযায় কিয়?"

মোৰ এই প্ৰশ্নত হঠাৎ কোব খোৱা সাপে ফণা মেলাৰ দৰে এক প্ৰচণ্ড আক্ৰোশ আৰু ঘৃণাৰ দৃষ্টিৰে মোৰ ফালেই চাই বাৰ্কলে চাহাবে চিঞৰি উঠিল, "চাট্ আপ্, হু আৰ ইউ টু আচক্ দেট কুৱেশ্চন্?"

মই তলমূৰ কৰিছিলোঁ। অলপ সময়ৰ পিছতে মোৰ প্ৰতি তেনে উত্তৰৰ প্ৰতিক্ৰিয়াৰ প্ৰতি সচেতন হৈ বাৰ্কলে চাহাব উঠি আহি মোৰ কান্ধত থপৰিয়াই কৈছিল, মই যেন তেওঁক ভুল নুবুজোঁ, মই যেন তেওঁক কেতিয়াও ভুল নুবুজোঁ···

ভুল মই বুজা নাই।

সেই নিশা গভীৰ হোৱাত বাৰ্কলে চাহাবৰপৰা বিদায় লৈ মই যেতিয়া ঘৰলৈ উভতি আহিছিলোঁ, তেতিয়া এটা কথাই মোৰ মনৰ মাজত আহি আহি দোলা দিছিল, মানুহৰ জীৱনৰ ইমান বৈচিত্ৰ্যতা কিয়? কোনোবাই সকলো পায় অথচ কোনোবাই একোৱে নেপায়। সেই নোপোৱাৰ বেদনা গভীৰভাৱে উপলব্ধি কৰিব পাৰি মানুহৰ জীৱনৰ চৰমতম মুহূৰ্ত্ত একোটাত। সেই মুহূৰ্ত্ত কাৰোবাৰ আহে কাৰোবাৰ নাহে। বাৰ্কলে চাহাবৰো অহা নাছিল।

গভীৰ নিশা বাৰ্কলে চাহাবে মোক কৈছিল তেওঁৰ কথা। সেই কথা, যি কথা সেইখন বাগিচাৰ প্ৰতিজন মানুহেই হয়তো জানে, হয়তো নেজানে, কিন্তু মোৰ দৰে যি কথা কোনোৱে নেজানে।

বাৰ্কলে চাহাবে কৈছিল: কেনেকৈ চামেলি নামৰ সেই বন্নুৱা ছোৱালী-জনীক তেওঁৰ এদিন ভাল লাগিল, কেনেকৈ সেই ভাল লগা ক্ৰমাগত গভীৰ হয় আৰু এদিন কেনেকৈ চামেলিক তেওঁ নিজৰ বঙলালৈ লৈ আহে। কোনো লুক-ঢাক অথবা কৌশল তেওঁৰ নাছিল, স্পষ্টভাৱেই চামেলিৰ বাপেক বীৰবল চৰ্দ্দাৰক সুধিছিল জীয়েকক তেওঁৰ তালৈ দিবলৈ সি সন্মত আছে নে নাই। অসন্মত হোৱাৰ প্ৰশ্ন নুঠে। দুই নম্বৰ লাইনৰ চামেলি এদিন মেমচা'ব হ'ল। চামেলি মেমচা'ব।

কিছুদিন সুন্দৰভাৱে যোৱাৰ পিছত এদিন সেই দুৰ্য্যোগ আহিল। সন্দেহ আগৰপৰাই থাকিলেও প্ৰথমে সাধাৰণ কিবা বুলিয়ে বাৰ্কলে চাহাবে অৱজ্ঞা কৰিছিল। এদিন বাগিচালৈ অহা তেওঁৰেই আমন্ত্ৰিত



ডাক্তৰ বন্ধু এজনক কথাটো কলে, ডাক্তৰে চামেলিক পৰীক্ষা কৰি গহীন হৈ ওলাই আহিল। ডাক্তৰে কলে, 'ইট্ ইজ্ এ ডাইৰেক্ট চাইন অৱ লেপ্ৰচী। কুষ্ঠ। চামেলি মেমচা'বৰ দেহত কুষ্ঠ ৰোগৰ চিহ্নসমূহ প্ৰস্ফুটিত।' বাৰ্কলে চাহাবে হতাশাৰ হুমুনিয়াহ পেলালে। চামেলিয়ে কান্দিলে। সেই কান্দোন বাৰ্কলে চাহাবৰ সহ্য নহয়, নহ'ল।

ঠিক কৰিলে চামেলি মেমচা'ব বেলেগে থাকিব। সেইমতে বাগিচাৰ পূৰ্ব-প্ৰান্তত চাং-বঙলা এটা সাজি দিলে। চামেলি তাতে থাকিল। বাগিচাৰ সকলো মানুহেই কথাটো জানি উঠিল। বাৰ্কলে চাহাবে চিকিৎসা চলালে। কিন্তু ফল নধৰিল, কেইমাহমান পিছত এজনী ছোৱালীৰ জন্ম দিয়ে চামেলিয়ে। ইমান দুখৰ মাজতো বাৰ্কলে চাহাবে হাঁহিছিল সেইদিনা, হাঁহিছিল চামেলিয়ে।

কিন্তু হাঁহি হাঁহিয়ে এদিন কান্দিলে চামেলিয়ে। বাৰ্কলে চাহাব দ্বিতীয়বাৰৰ বাবে ভাঙি পৰিল। ক্ৰমাত ডাঙৰ হৈ অহা ছোৱালী-জনীৰ হাত-ভৰি বয়স অনুযায়ী নেবাঢ়িল, তিনি বছৰৰ পিছতো মুখত নুফুটিল মাত। ডাক্তৰে কলে,

"·····"

বাৰ্কলে চাহাব হতাশাত ভাঙি পৰিল। এনেতে শেষ দুৰ্য্যোগ তেওঁৰ বাবে আহি পৰে।

চামেলি মেমচা'বৰ তালৈ সদায় বাৰ্কলে চাহাব যায়। ৰাতি কিন্তু নেথাকে। সেইদিনাও গৈছিল। গভীৰ ৰাতি চামেলিৰ ওচৰৰপৰা উঠি আহিব খোজাত চামেলিয়ে কৈছিল হেনো যে তাই আৰু ভাল নহয়, সৰ্ব্বদেহৰ অঙ্গ-প্ৰত্যঙ্গ তাইৰ বিকল হৈ গৈছে। আজি ৰাতিয়ে তাইৰ কিবা এটা হব হব যেন লাগিছে। আজি ৰাতিটো যেন চাহাব তাইৰ ওচৰত থাকে।

বাৰ্কলে চাহাব নেথাকিল। গভীৰ মৰমেৰে সান্ত্বনা দি বাৰ্কলে চাহাব আঁতৰি আহিছিল।

আৰু আঁতৰি গৈছিল চামেলি মেমচা'ব।

পিছদিনা ৰাতিপুৱাই বাগিচাত হুলস্থুল লাগে। বাৰ্কলে চাহাব গৈ যেতিয়া পায়, তেতিয়াও চামেলিৰ মৃতদেহটো স্কুলঘৰটোতে ওলমি আছে। সেউজীয়া শাৰী এখন ডিঙিটোৰে মেৰ খাই ওপৰত ক'ৰবাত গাঁঠি থোৱা আছে। সেয়া এক বৰ্ণনাহীন বীভৎস দৃশ্য। সৰ্ব্বশৰীৰত মাখিৰ জাক...এক দুৰ্গন্ধ গোন্ধ স্কুলঘৰটোৰ চাৰিওফালে বিয়পি পৰিছিল।

আৱেগহীনভাৱে এই সকলোবোৰ কথা মোক বাৰ্কলে চাহাবে কৈছিল। তাৰপিছত আকৌ বটলটোৰ শেষ পানীয়কণ ডিঙিত ঢালি মোক ভিতৰলৈ, আৰু ভিতৰলৈ মাতি নিছিল। সুন্দৰকৈ সজাই থোৱা কোঠালি এটা। একোণত এখন বিচনা। আঁঠুৱা পেলাই থোৱা আছে। মই ওচৰ চাপিবলৈ সঙ্কোচ কৰা বাবে বাৰ্কলে চাহাব নিজেই আহি মোক বিচনাৰ ওচৰলৈ লৈ গ'ল। আঙুলিয়াই কলে, "লুক, চি ইজ্ স্লিপিং।"

শুইছে। ফুলৰ দৰে নিষ্পাপ এজনী ছোৱালী শুই আছে। এইজনী ছোৱালী—যি কোনোদিন পৃথিৱীত মানুহৰ দৰে থাকিব নোৱাৰিব, জীৱন পায়ো যি মৃতা। চুৰীৰ শব্দ পাই উভতি চালোঁ। আয়াজনী আগবাঢ়ি আহিছে। টোপনিৰপৰা বোধহয় উঠি আহিছে। চাহাবক চালাম দিলে। মই আঁঠুৱাৰ বিন্দু বিন্দু ফুটাবোৰৰ মাজেদি ছোৱালীজনীৰ মুখখনলৈ চালোঁ। যেন সেইখন মুখৰ মাজত মই বিচাৰিব খুজিছোঁ চামেলিৰ মুখ। যিখন মুখ মই দেখা নাই, যিখন মুখৰ কথা মই মাথোন শুনিছোঁ।

মই থৰ হৈ চাই থকা বাবেই নেকি বাৰ্কলে চাহাবে কৈছিল, "মই এইৰ মৃত্যুৰ বাবেই বৈ আছোঁ, এই মৰিলেই মই আকৌ ইংলণ্ডলৈ যাম।"

অবুজৰ দৰে মই বাৰ্কলে চাহাবৰ মুখলৈ চাইছিলোঁ। তেওঁ কৈছিল, "চি মাষ্ট্ ডাই মাই বয়, মাষ্ট্ ডাই।"



পিছৰ ফালে বাৰ্কলে চাহাবৰ মাতটো কান্দোনত ভৰি আহিছিল। মই দুনাই প্ৰশ্ন নকৰিলোঁ। ওলাই আহোঁতে পাছলৈ মই আৰু উভতি চোৱা নাছিলোঁ। ইমান ওচৰৰপৰা চামেলি মেমচা'বৰ বঙলালৈ উভতি চাবৰ সাহস মোৰ নহ'ল।

ঘৰ পাওঁতে যথেষ্ট ৰাতি হৈছিল। পেহীদেউহঁত শুইছিল। ভিতৰ ফালেদি সোমাই দেখিলোঁ কোঠালিত ভাত-পানী সজাই থোৱা আছে। শব্দ নকৰাকৈ মুখ-হাত ধুই আহি ভাত খোৱাৰ ইচ্ছা আৰু নহ'ল। পানীগিলাচকে খাই চিগাৰেট এটা জ্বলালোঁ।

নিলয়ৰ নাকৰ শব্দ বিকটভাৱে ওলাইছে। খিৰিকীখন এবাৰ খুলি দিলোঁ। পাতল বতাহ এজাক সোমাই আহিল। এইবাৰ দূৰৈৰপৰা আকৌ এবাৰ চালোঁ ৰঙচুৱা টিনপাতৰ চাং-বঙলাটোলৈ। লাইট এতিয়াও জ্বলি আছে। বাৰ্কলে চাহাব বোধহয় এতিয়াও আছে। কোনে জানে আৰু কিমান দিন তেনেদৰে থাকিব?

খিৰিকীখন বন্ধ নকৰাকৈয়ে শুই পৰিলোঁ। টোপনি আজি নাহে, জানো। তথাপি শুব লাগিব। টোপনিৰ আৱেশত পাহৰিব লাগিব সকলো কথা।

মনৰ চকু অশান্ত হৈয়ে ৰ'ল।

'সোণদা, মানুহ মৰিলে ভূত হয় নেকি?' নিলয়ৰ প্ৰশ্ন।

'বাৰ্কলে চাহাব বেয়া মানুহ, চৰিত্ৰ বৰ বেয়া, বদ্‌নাম আছে।' পেহীদেউৰ কথা।

'চি মাষ্ট্ ডাই মাই বয়, মাষ্ট্ ডাই।' বাৰ্কলে চাহাবৰ কথা।... কেঁচা চাহগছৰ সেউজী পাতৰ গোন্ধ...মেমচা'ব...চামেলি...চামেলি ...চা-মে-লি।

## ॥ এটা হাতীৰ মৃত্যুত ॥

সেই কেইদিন গুৱাহাটীত মাত্র সেই একেটা কথা।

কামাখ্যালৈ যোৱা বাটটোৰ কাষতে কালীপুৰৰ ওচৰত এটা বিৰাট হাতীক ৰেলগাড়ীয়ে খুন্দিয়াই মাৰিলে, পাহাৰ এখনৰ দৰে একাষত মৰা হাতীটো পৰি আছে। হাতীটোৰ মাউতজন আৰু এজন মানুহৰো মৃত্যু হৈছে।

নানাজনৰ নানান উক্তি।

বহুতেই একো নজনাকৈয়ে এনেয়ে কেনেকৈ ৰেলৰ ইঞ্জিনটোৱে খুন্দা মাৰিলে, তাৰো বৰ্ণনা দি গ'ল। আচল কথাটো কোনোৱে নেজানিলেও বা প্ৰকাৰান্তৰে জনাৰ কোনো আগ্ৰহো নেদেখুৱাকৈয়ে মাথোন হাতী এটা যে মৰি আছে সেইটোত হে গুৰুত্ব দিলে।

মৰা হাতীটোৱে চহৰখনত এটা প্ৰদৰ্শনীৰ বস্তুৰ দৰে মানুহক আকৰ্ষণ কৰিলে। বাতৰি কাকতত বৰ বৰ আখৰেৰে গজৰাজৰ অকাল মৃত্যুৰ বাতৰিৰ লগতে হাতীটোৰ ছবিও ডাঙৰকৈ ছপা হৈ ওলাল।

সেই সন্ধিয়াই ওচৰ-পাঁজৰৰ বহু মানুহে সুন্দৰকৈ পিন্ধি-উৰি হাতী চাবলৈ কালীপুৰৰ ওচৰত ভিৰ কৰিলে। ৰেল-লাইনৰ দাঁতিতে একাষৰীয়াকৈ বাগৰি পৰা গজৰাজৰ করুণ অৱস্থাই বহুতৰে পুতৌৰ উদ্ৰেক কৰিলে।

ওচৰেদি যোৱা ঘাই বাটটোৰেদি পাৰ হৈ যোৱা প্ৰতিখন গাড়ী, প্ৰতিখন চিটিবাচৰ প্ৰতিজন মানুহে এবাৰ সেই দিশলৈ ভুমুকিয়াই চাই গ'ল—য'ত হাতীটো অসহায় অৱস্থাত পৰি আছে।

মৃত গজৰাজৰ ওচৰত থিয় হৈ নানাজনৰ নানান উক্তি।



কোনোবাই কলে, "মাউতজন বুধিয়ক হোৱাহেঁতেন হাতীটো নমৰিলহেঁতেন।"

কোনোৱে কলে, "ইঞ্জিনৰ ড্ৰাইভাৰে হুইচেল বজাব নেলাগিছিল —হাতীটো এনেয়ে আঁতৰি পলালহেঁতেন।"

আন ভদ্ৰলোক এজনে কলে, "দাঁত থকাহেঁতেন ভাল ব্যৱসায় হ'লহেঁতেন।" ইত্যাদি।

ওচৰে মটৰ ভাল কৰা বিৰাট কাৰখানা এটাৰ বাৰাণ্ডাত বহি মটৰ মেকানিক আৰু ড্ৰাইভাৰ কিছুমানে চাহ-ভুজীয়া খাই খাই ট্ৰেন্‌জিষ্টাৰ বজাই, নিৰ্জন হৈ থকা সেই অঞ্চলটোৰ বুকুত হঠাতে আহি পৰা সীমাহীন ব্যস্ততা আৰু কলৰব আনন্দেৰে উপভোগ কৰিছিল।

প্ৰথম দিনা বহু ৰাতিলৈ হাতী চোৱা মানুহৰ সমাগমে সেই অঞ্চলটো সজীৱ কৰি ৰাখিলে। আঁতৰত থকা কাঠ কটা মিলটোৰ মেচিনৰ ঘৰঘৰণি আৰু মটৰ ভাল কৰা কাৰখানাৰপৰা ভাহি অহা হাতুৰীৰ শব্দই পৰিৱেশটোক অন্য এক ৰূপ দিছিল।

উন্মুক্ত আকাশতলীত ৰাতিৰ এন্ধাৰত মৃত হাতীটোক এচপৰা প্ৰকাণ্ড শিলাখণ্ড যেন অনুভৱ হৈছিল। দিনত অৱশ্যে সেইটোৰে অন্য এক ৰূপ। একাষৰীয়াকৈ পৰি থকা হাতীটোৰ মেল খাই থকা ভৰি আৰু বিদীৰ্ণ হোৱা বৃহৎ মূৰৰ একাংশৰ ভয়াবহ দৃশ্যই দেখোঁতাৰ মনৰ কোনোবাখিনি ঠাই জোকাৰি থৈ যায়।

প্ৰথম দিনাৰ উৎসাহ দ্বিতীয় দিনা স্বাভাৱিকতে কম হ'ল।

কম-বেছি পৰিমাণে চহৰখনৰ প্ৰায়ভাগ মানুহেই কথাটো গম পাইছিল। নোপোৱাবোৰেও পিছদিনা বাতৰি কাকত মেলিয়ে দুৰ্ঘটনাৰ বাতৰি পাইছিল।

ওচৰৰ ঠাইৰপৰা গুৱাহাটীলৈ নানান কামত অহা বিভিন্ন মানুহৰ নানান কথাৰ মাজতো এবাৰ হাতীটোৰ কথা ওলাইছিল। দুই-এক্তে সুবিধা মতে সেইফালে পাক এটা মাৰি হাতীটো চাই আহিছিল।

সেই ফালেদি পাৰ হৈ অহা বিভিন্ন গাড়ী-মটৰ, লাইন-বাচ, মালবোজাই ট্ৰাকত অহা প্ৰতিজন আৰোহীয়েতো এনেয়ে সেইফালে চাই আহিছিল।

কিন্তু সমস্যাই গুৰুতৰ ৰূপ ললে দ্বিতীয় দিনাই।

মৃত হাতীটোৰপৰা ওলোৱা এক দুৰ্গন্ধই গোটেই অঞ্চলটো দূষিত কৰি তুলিলে।

জুই যেন ৰ'দৰ উত্তাপত ধৰাশায়ী গজৰাজৰ দেহৰপৰা ওলোৱা বিকট গোন্ধে সমগ্ৰ অঞ্চলটোকে অভাৱনীয়ভাৱে পথচাৰীৰ বাবে আতঙ্কিত কৰি তুলিলে।

ওচৰ-পাঁজৰৰ দোকান-পোহাৰ, প্ৰেছ, মটৰ-কাৰখানা, মিল আদিৰ মানুহে ত্ৰাহি ত্ৰাহি সুঁৱৰিলে।

কাগজত বৰ বৰ আখৰেৰে আকৌ ছপা হ'ল—মৃত গজৰাজৰ দুৰ্গন্ধই কেনেদৰে মানুহক জীয়াতু শাস্তি দিয়াইছে।

অথচ ৰেল-কৰ্তৃপক্ষ উদাসীন।

পৌৰসভা নিমাত।

হাতীৰ গৰাকীৰ কোনো খা-খবৰেই নাই।

এইবাৰ মৃত গজৰাজৰ আলোচনাতকৈও মানুহৰ মুখে মুখে আলোচনা হ'ল হাতীটোৰপৰা ওলোৱা দুৰ্গন্ধৰ বিষয়ে।

কোনোৱে কলে, হাতীৰ মালিক নোহোৱাকৈ হাতীটো আঁতৰ কৰিব কেনেকৈ?

কোনোবাই কলে, ৰেল-বিভাগে গৰাকীক ক্ষতিপূৰণ দিব লাগিব, সেইবাবেই হাতীটো আঁতৰোৱা নাই।

আন কিছুমানে কলে, এই দুৰ্গন্ধ কিমান দিন সহ্য কৰিব লাগে কোনে জানে?

সেই দিনাই নহয় তাৰ পিছদিনাও হাতীটো আগৰ দৰেই তাত পৰি থাকিল। ৰ'দৰ উত্তাপত গোটেইটো হাতী পাম্প দিয়া বেলুনৰ



দৰে ফুলি গৈছে, আৰু আঘাত পোৱা অংশবোৰৰ ফাটবোৰ ক্ৰমাত বহল হৈ মৃত গজৰাজৰ চেহেৰাটোকে ভয়াবহ কৰি তুলিছে।

সেই ফালেদি আহ-যাহ কৰা মানুহে মুখ আৰু নাক কাপোৰেৰে ঢাকি কোনোমতে পাৰ হৈ যায়।

গাড়ী-মটৰ তীব্ৰ গতিবেগত সেইছোৱা বাট পাৰ হৈ আহে। কি যে এক অসহ্য গোন্ধ!

মই নিজেও এই অৱস্থাৰ ভুক্তভোগী আছিলোঁ। চিটিবাচেৰে মই সেই কেইদিন সেইটো বাটেদি আহ-যাহ কৰোঁতে নাম-মুখ ঢাকি কোনোৰকমে পাৰ হৈ যাওঁ। তাৰ পিছত পঞ্চাশ বাৰমান থুই পেলাই বাচৰ বাহিৰলৈ মুখখন উলিয়াই বাহিৰৰ বিশুদ্ধ বতাহ অলপ লৈহে শান্তি পাওঁ।

মৃত গজৰাজৰ দুৰ্গন্ধৰ অংশীদাৰ হৈও মই কিন্তু অন্য এটা অভিজ্ঞত পাইছিলোঁ। সেইটোকে মই কব খুজিছোঁ।

হাতী আৰু দুৰ্গন্ধ।

হাতী, হাতী আৰু হাতী—আৰু দুৰ্গন্ধ আৰু দুৰ্গন্ধ!

চৰৰে মুখত মাত্ৰ সেই একেটা কথা।

হাতী আৰু দুৰ্গন্ধ।

তৃতীয় দিনা মই ৰাতি প্ৰেছৰপৰা উভতি গৈছোঁ মালিগাৱঁলৈ। ফাঁচিবজাৰতে বাচৰ ভিতৰত গোটখোৱা মানুহজাকৰ মুখত সেই একেটা কথা।

মৰা হাতী আৰু দুৰ্গন্ধ।

এনেয়ে ৰাতিৰ চিটিবাচৰ কোনো সময়ৰ হিচাপ নেথাকে। কিন্তু সেইদিনা কিয় জানো বাচখন অলপ সোনকালেই এৰি দিছিল। পাণ্ডুত হেনো বিয়াৰ ভাৰা মাৰিব। মই বহি আছিছিলোঁ। মোৰ ওচৰতে এজনী মাইকী মানুহ আৰু সাত-আঠ বছৰীয়া এটা লৰা। মাইকী মানুহজনী প্ৰথমতে থিয় হৈ আছিছিল, কিন্তু মোৰ কাষত থকা বঙালী

ভদ্ৰলোক এজনে নিজে উঠি তেওঁক বহিবলৈ দিলে। মানুহজনী বহি পৰিল।

আজিকালি চিটিবাচত লেডীজ চিট নাই, ইচ্ছা হলে বহিবলৈ কোনোবাই চিট এৰি দিয়ে, ইচ্ছা নহলে নিদিয়ে। মই পিছে নিজে দেখিছোঁ—স্কুল-কলেজত পঢ়া ছোৱালীবিলাকে, ভদ্ৰমহিলাবিলাকে, বহিবলৈ চিট এৰি দিয়াৰ পিছতো 'ধন্যবাদ' বুলি কেৰে কব নেজানে! যেন চিটটো তেওঁৰেই প্ৰাপ্য! এই মানুহজনীৰ ক্ষেত্ৰত অৱশ্যে সেই কথা নেখাটে। কাৰণ দেখিলেই বুজিব পাৰি, মানুহজনী সাধাৰণ অৱস্থাৰ। গাত এখন সস্তীয়া কপাহী চাদৰ, হাতত এটা টোপোলা। মুখখন অসম্ভৱ গম্ভীৰ।

বাচৰ ভিতৰতো মানুহে এইবোৰ কথাকে পাতি আহিছে। মৃত হাতী আৰু দুৰ্গন্ধ।

এটা সময়ত বাচ চলিল।

ভৰলুমুখ পোৱাৰ লগে লগে বাচৰ ভিতৰত সকলো সচেতন হ'ল সমুখৰ আতঙ্কময় ঠাইখিনিৰ বাবে।

নানাজনৰ নানান উক্তি।

বাচ আহি শান্তিপুৰ পালেহি।

কণ্ডাক্টৰজনে কোনোবা এজন যাত্ৰীৰ লগত তৰ্ক কৰিছে। গতিকে ড্ৰাইভাৰৰ খং উঠি চিঞৰি পইচা লবলৈ কৈছে। লগে লগে ড্ৰাইভাৰে চিঞৰি কলে, "কোন নামে নামি যাওক, গাড়ী একেবাৰে কামাখ্যাত হে ৰব। মাজত আৰু ক'তো নৰয়।"

শান্তিপুৰ আৰু কামাখ্যাৰ মাজত নামিবলগীয়া মানুহখিনিৰ বিপদ হ'ল। আৰু বাচ কালীপুৰ বা ভূতনাথত ৰোৱাটোও সম্ভৱ নহয়। কাৰণ সেইদিনা মৃত হাতীৰ দুৰ্গন্ধই শান্তিপুৰো ছুইছিলহি।

সকলো প্ৰস্তুত হ'ল—যেন কোনো শত্ৰুৰ বিপক্ষে ৰণ দিবলৈ হে সাজু হৈছে। প্ৰত্যেকেই ৰুমাল লৈ নাকৰ ওচৰলৈ নিলে। কোনোবাই



চাৰ্ট বা হাতত থকা অন্য কোনো টোপোলাকে নাকৰ ওচৰলৈ নিলে। ৰগৰ কৰি কোনোবাই সুধিলে, "আপুনি দেখোন ৰুমালৰ সলনি টোপোলা হে নাকলৈ নিছে।"

ৰণৰ বাবে প্ৰস্তুত হোৱা যাত্ৰীয়ে কলে, "টোপোলাত মহীশূৰ-চন্দনৰ চাবোন এটুকুৰা আছে, সেইটো গোন্ধেই হব।"

হো-হোৱাই হাঁহি উঠিল সকলো।

ড্ৰাইভাৰে সকলো ঠিক আছে নে বুলি সুধি বাচ এৰি দিলে—প্ৰায় চল্লিশ মাইল বেগত।

কণ্ডাক্টৰেও পইচা লবলৈ এৰি কামিজৰ হাতত নাক লুকুৱালে। ড্ৰাইভাৰেও নাকত এখন ৰুমাল মাৰি লৈছিল। কালীপুৰৰ যি ঠাইত হাতীটো মৰি আছিল সেই ঠাইৰ কাষেদি তীব্ৰ গতিত বাচ পাৰ হৈ গ'ল। কাৰো মুখত মাত নাই। মাত্ৰ ইঞ্জিনৰ শব্দ। মাজে মাজে হৰ্ণৰ শব্দ। প্ৰত্যেকৰে নাক-মুখ বন্ধ। কিন্তু ঠিক যি ঠাইত হাতীটো পৰি আছিল, সেই ঠাইখিনিলৈ প্ৰত্যেকেই আন্দাজত এন্ধাৰৰ মাজেদিয়ে একোবাৰ ঘূৰি ঘূৰি চালে।

ৰাতিৰ এন্ধাৰত হাতী দেখা নগ'ল।

হাতীৰ দুৰ্গন্ধও নাকত নেলাগিল। কাৰণ মুখ-নাক বন্ধ।

বাচ আহি কামাখ্যাত ৰ'লহি।

প্ৰত্যেকেই 'ৰক্ষা পৰিলোঁ' এই ভাবত বাহিৰলৈ মুখ উলিয়াই থুই পেলালে। প্ৰত্যেকৰে মুখৰ শব্দই এটি যন্ত্ৰসঙ্গীতৰ সমলয়ৰ দৰে পৰিৱেশ সৃষ্টি কৰিলে।

কণ্ডাক্টৰে আকৌ পইচা বিচৰা আৰম্ভ কৰিলে।

মোৰ পইচা লৈ মোৰ ওচৰত বহা মানুজনীৰ ওচৰত হাত পাতিলে। মানুহজনীয়ে এটকীয়া নোট এখন নিৰ্ব্বিকাৰ ভঙ্গিত আগবঢ়াই দিলে।

কণ্ডাক্টৰে সুধিলে, "ক'লৈ যাব?"

মাইকী মানুহজনীয়ে কলে, "পলাশবাৰী।"

চৰেই হাঁহি দিলে। চিটিবাচত পলাশবাৰী! কণ্ডাক্টৰে কলে, "নামি যাওক, নামি যাওক পলাশবাৰীৰ গাড়ী এয়া নহয়।"

মাইকী মানুহজনী খপ্‌জপকৈ উঠি লৰাটোৰ হাতত ধৰি নামিবলৈ যাওঁতেই ড্ৰাইভাৰে ইতিমধ্যে বাচ এৰি দিলেই। ময়ে কণ্ডাক্টৰক উদ্দেশ্য কৰি কলোঁ, "হেৰা, বহিবলৈ দিয়া, পাছৰ ষ্টপেজত নামি যাব।"

পৰেঁা পৰেঁা অৱস্থাৰপৰা কোনোমতে নপৰাকৈ মাইকী মানুহজনী আকৌ বহি পৰিল। মই দেখিলোঁ, কোনোবা এটা বঙালী লৰাই পলাশবাৰীলৈ চিটিবাচত যোৱা কথাটোকে অন্য এজনক বৰ ৰস লগাই কোৱাৰ চেষ্টা কৰিছে। মোৰ অলপ খং উঠিল। কাৰোবাৰ অজ্ঞতাক ইহাৰ কি অৰ্থ হব পাৰে?

বাচ আহি মালিগাৱঁৰ চাৰি নম্বৰ গেটত ৰ'লহি।

মাইকী মানুহজনীয়ে লৰাটোৰ হাতত ধৰি নামিল।

পিছে পিছে ময়ো নামিলোঁ।

নামিয়ে মই থুই পেলালোঁ। মৰা হাতীৰ গোন্ধটো একেবাৰে নাকত নেলাগিলেও কিবা ভাবতে বেয়া গোন্ধ এটা যেন নাকত সোমাইছে, এনে লাগি আছিল।

মই মাইকী মানুহজনীৰ লগত অহা লৰাটোক কলোঁ, "তোমালোক সৌ চাৰি-আলিটোলৈ যোৱা, তাতেই পলাশবাৰীলৈ যোৱা লাইন-বাচ পাবা।"

লৰাটোৱে একো নকলে।

মাকৰ হাতত ধৰি অদ্ভুত এক দৃষ্টিৰে মোৰ মুখলৈ চাই ৰ'ল।

মই এইবাৰ মাইকী মানুহজনীক উদ্দেশ্যে কৰি কলোঁ, "আপুনি চাৰি আলিটো চিনি পায় নে নাপায়।"

মানুহজনীয়ে মূৰ জোকাৰিলে চিনি নাপায় বুলি।



উপায়হীন হৈ ময়ে কলোঁ, "ময়ে বাৰু বাচখন ইয়াতে ৰখাই দিম।"

মাইকী মানুহজনীয়ে একো নামাতিলে।

এন্ধাৰতে থিয় হৈ মই বাৰে বাৰে মুখ আৰু নাক মচিছিলোঁ। যেন হাতীৰ দুৰ্গন্ধ তেতিয়াও মোৰ নাকত লাগি আছিল।

কৰলৈ একো কথা নাছিল বাবে মই এনেয়ে এবাৰ থুই পেলাই এই বুলি কলোঁ, "কালীপুৰৰ ওচৰতে হাতী এটা মৰিছে, দুৰ্গন্ধত ৰব নোৱাৰি।"

লগে লগে সৰু লৰাটোৱে কলে, "আমি দেখিছোঁ হাতীটো।"

মই সুধিলোঁ, "হয় নেকি?"

লৰাটোৱে কলে, "আমাৰ দেউতাও তাতে মৰিছে নহয়।"

কোব খোৱা সাপৰ দৰে মই স্থিৰ হৈ ৰ'লোঁ।

মই সুধিলোঁ, "তোমাৰ দেউতাৰা কেনেকৈ মৰিল?"

লৰাটোৱে কলে, "হাতীটো দেউতাই হে চলাইছিল।"

পেলাব খোজা থুইখিনি এইবাৰ মই গিলি থলোঁ।

এন্ধাৰৰ মাজতো মই লৰাটোৰ মুখখন চাবলৈ যত্ন কৰিলোঁ। নেদেখিলোঁ।

বাচ এখন অহা দেখি হাত দাঙিলোঁ। বাচখন বৈ কলে, পলাশ-বাৰীৰ বাচ পাছত আহি আছে।

গাড়ীৰ লাইটৰ পোহৰত মই মাইকী মানুহজনীৰ মুখখন চাবলৈ যত্ন কৰিলোঁ। মৰা গছ এজোপাৰ দৰে তলমূৰকৈ থিয় হৈ আছে।

হাতত থকা ৰুমালখন পকেটত সুমুৱাই থলোঁ।

বাচখন আহিল।

মানুহজনীক উঠাই দিলোঁ। লৰাটোকো। মোলৈ মানুহজনীয়ে এবাৰো নেচালে।

বাচখন গুচি যোৱাৰ পিছতো মই অলপ সময় অকলে তাতে থিয় হৈ আছিলোঁ। নাটকীয় এই ঘটনাত মই বিব্ৰত হৈছিলোঁ।

হঠাতে মোৰ এটা কথা মনত পৰিল।

মনত পৰিল যে, যেতিয়া সমগ্ৰ বাচখনৰ মানুহে হাতীটোৰ দুৰ্গন্ধ গোন্ধৰ বাবে নাকত ৰুমাল লৈ কালীপুৰৰ সেই ঠাইখিনি পাৰ হৈ আহিছিল, সেইজনী মানুহে নিৰ্ব্বিকাৰভাৱে একো নাকত নোলোৱাকৈ বহি আহিছিল।

কিন্তু কেনেকৈ? মৰা হাতীৰ দুৰ্গন্ধ তেওঁৰ নাকত লগা নাছিল নে?

মনতে ভাবিছিলোঁ, হয়তো আমাৰ বাবে যিটো দুৰ্গন্ধ, সেইটো সেইগৰাকী মানুহৰ বাবে পৰম সুগন্ধ, কাৰণ—তাতেই মিহলি হৈ আছে কাৰোবাৰ স্বামী, কাৰোবাৰ পিতৃৰ শেষ অস্তিত্ব!

বাতৰি কাকতত কাম কৰা সাধাৰণ মানুহ হিচাপে মোৰ আৰু এটা কথা ভাবি অত্যন্ত লাজ লাগিল, "আমি কাগজত মৰা হাতীৰ কথাৰে হে হুলস্থুল কৰিলোঁ, দুজন মানুহো যে মৰি গ'ল তাৰ বিষয়ে কিয়ে বা লিখিলোঁ? সেই বিষয়ে খবৰেই বা কৰিলে কোনে?"

মনতে মোৰ ভাব হ'ল, আমি বৰ্ত্তমানৰ মানুহবোৰো মৰা হাতীৰ নিচিনাই। নিমখ দি আমাকো পুতিব লাগিব। তাৰ পিছত হে যদি আমাৰ হাড়ৰ দাম বাঢ়ে।



॥ নিশিগন্ধা ॥

ডাক্তৰী জীৱনৰ কৰুণতম আঘাত হয়তো আন একোৱে হব নোৱাৰে, যদি ডাক্তৰৰ প্ৰথম চিকিৎসাত ৰোগীৰ মৃত্যু হয়। মোৰ সেয়ে হৈছিল। অৱশ্যে তাৰ বাবে মোৰ অনুতাপ নাই। নাথাকিল-হেঁতেন কোনো দিন। কিন্তু অৱস্থাই মোক এনে কৰি পেলালে যে মই সেই আঘাত পাহৰিব নোৱাৰিলোঁ। আমি চেন্টিমেন্টৰ দাস নহয়; হাঁহি হাঁহি মৃত্যুক সহজে স্বীকাৰ কৰি লব পৰা ক্ষমতা আমাৰ আছে। শক্তি আমাৰ আছে; কিন্তু পৰিস্থিতি বিশেষে সেই ক্ষমতাৰ আমি বাহিৰ হৈ যাওঁ। তেতিয়া সৰ্ব্বসাধাৰণৰ লগত আমাৰ কোনো পাৰ্থক্যই নাথাকে।

চহৰৰপৰা আওহতীয়া ঠাইত চৰকাৰী চাকৰি লৈ আহি পোন প্ৰথমে ভয় খাই উঠিছিলোঁ। মনতে ভাবিছিলোঁ পাৰিম জানো সহজভাৱে স্বীকাৰ কৰি লবলৈ এই আচহুৱা ঠাইৰ পৰিৱেশক? আহিবৰ দিনা মনে মনে নিজকে যথেষ্ট প্ৰস্তুত কৰি লৈ সান্ত্বনা দিছিলোঁ এই বুলিয়েই যে য'তেই 'চেড্ মিউজিক অব হিউমেনিটি' আছে তাতেই আশাৰ ফুল ফুলোৱাই যে আমাৰ কৰ্ত্তব্য।

বাচৰপৰা নামিয়েই ইফালে-সিফালে চালোঁ। ঠিক গাঁও নহয় চহৰো নহয়—দুয়োটাৰ মাজতে। সেই ঠাইত নমা বাচৰ আন যাত্ৰীতকৈ মোৰ বেশ-ভূষা হয়তো ভালেখিনি বেলেগ আছিল, গতিকে অতি সহজেই এজন অতিপাত ক্ষীণ মানুহ আগ বাঢ়ি আহি দুয়ো হাত তুলি নমস্কাৰ দি সুধিলে, "নিশ্চয় নতুন ডাক্তৰ।"

প্ৰতি-নমস্কাৰ জনোৱাত মানুহজনে হাঁহি হাঁহি জনালে যে তেখেত গাওঁ পঞ্চায়তৰ সভাপতি ভাৰ্গৱ হাজৰিকা। অচিনাকি ঠাইত তেনেদৰে আগবঢ়াই নিবলৈ অহাত হাজৰিকাক ধন্যবাদ দি মই

বেডিং আৰু চুটকেচ্‌টো তুলিব খোজোঁতেই হাজৰিকাই বাধা দিলে। ওচৰতে থিয় হৈ মোক চিৰিয়াখানাৰ জন্তু চোৱাদি চাই থকা কেইবাজনো ডেকা লৰাক চিঞৰি হাজৰিকাই বস্তু-বাহানিখিনি উঠাই লবলৈ কলে। তাৰ পিছত মোক মাতিলে, "আহক।"

দুয়ো আগ বাঢ়িলোঁ।

বাটত খাওঁতে হাজৰিকাই কথা কলে বেছি। ইটো-সিটো দেখুৱাই ঠাইখনৰ অভাৱ-অভিযোগ, সুবিধা-অসুবিধাৰ কথা কলে। আন্তৰিকতাপূৰ্ণ কথাবোৰ মই মন কৰিছিলোঁ আৰু মাজে-সময়ে দুই এটা সমিধানো দি গৈছিলোঁ। কিছুদূৰ যোৱাৰ পিছত হাজৰিকাই সুধিলে, "প্ৰথমে কোৱাৰ্টাৰলৈ যাব নে মোৰ তালৈকে যাব?"

মই কথাষাৰ নুবুজিলোঁ। ভাৰ্গৱ হাজৰিকাই হাঁহি কলে, "হওঁতে তালৈ গলেও অসুবিধা নহয়, কাৰণ মই সকলো ঠিক কৰি থৈছোঁ। তথাপি মোৰ তাত বহি হাত-মুখ ধুই পিছে-পৰেও তালৈ যাব পাৰে।"

মই হাজৰিকাক ধন্যবাদ দি কোৱাৰ্টাৰলৈয়ে যাম বুলি কলোঁ। তেৰেঁা বৰ আপত্তি নকৰিলে। আধা-মাইলমান অহাৰ পিছত মুকলি ফিল্ড এখন দেখিলোঁ আৰু সেই ফিল্ডৰ এটা মূৰত তিনিটা ঘৰ চকুত পৰিল। বুজিলোঁ, তাৰেই ডাঙৰটো হাস্পাটাল, ওচৰৰটো নিশ্চয় মোৰ কোৱাৰ্টাৰ আৰু ইটো হয়তো···

ভাৰ্গৱ হাজৰিকাই দূৰৈৰপৰাই আঙুলিয়াই দেখুৱালে, "সেয়া আমাৰ ডাক্তৰখানা, কাষৰ ঘৰতো আপোনাৰ বাবে আৰু তাৰ ওচৰৰ ঘৰটোত আমাৰ জীৱেশ্বৰ কম্পাউণ্ডাৰ থাকে।" আমি আগ বাঢ়ি হাস্পাটালৰ ওচৰ পোৱাৰ আগতে খাকী হাফ্‌পেণ্ট আৰু শুদা গেঞ্জি এটা পিন্ধি কোমোৰাটোৰ দৰে শকত মানুহ এজন দৌৰি আহি মোক নমস্কাৰ জনালে। মই বুজিলোঁ, এইজনেই জীৱেশ্বৰ কম্পাউণ্ডাৰ।

প্ৰতি-নমস্কাৰ দিয়াৰ পিছত জীৱেশ্বৰ কম্পাউণ্ডাৰে অলপ সৰু মাতেৰে কলে, "চাৰ, বাচ-ষ্টেণ্ডলৈ মই যাম বুলি ভাবিছিলোঁৱেই,



আজি পিছে বাচখন বৰ সোনকালে আহিল। ইহঁতৰ টাইমৰ কোনো ঠিক-ঠিকনা নাই নহয়।" কথাষাৰ কৈয়ে জীৱেশ্বৰ কম্পাউণ্ডাৰে হাজৰিকাৰ ফালে সন্মতিসূচক উত্তৰলৈ ঘূৰি চালে। মই হাঁহি পৰিস্থিতিটো সহজ কৰি দিলোঁ।

আহি দেখিলোঁ—মোৰ বিচনা-পত্ৰ ইতিমধ্যে আহি পাইছেই। কোঠালিবোৰ সুন্দৰকৈ সাৰি-পুচি থোৱা আছে। বাহিৰৰ বাৰাণ্ডাতে থকা বেতৰ চকী এখনত এজন আদহীয়া মানুহ বহি আছে। মোক দেখা পাই তেওঁ উঠিল। ভাৰ্গৱ হাজৰিকাই চিনাকি কৰি দিলে, স্কুলৰ হেডমাষ্টৰ।

মই বাৰাণ্ডাতে থিয় হৈ কি কম ভাবি নাপাই কলোঁ, "ঠাইখিনি মোৰ কিন্তু বৰ পছন্দ হৈছে। বেছ নীৰৱ।" ভাৰ্গৱ হাজৰিকাই হাঁহিলে, হেডমাষ্টৰেও হাঁহিলে, জীৱেশ্বৰ কম্পাউণ্ডাৰেও হাঁহি হাঁহি কলে, "হয় চাৰ, ঠাইখিনি বাৰুকৈয়ে নীৰৱ।"

মই ভিতৰ সোমাই গ'লোঁ। সৰ্ব্বমুঠ তিনিটা কোঠালি। এটা বাথৰুম, এটা ষ্ট'ৰ-ৰুম। পিছফালেও ভালেখিনি ঠাই আছে। আগৰ ডাক্তৰৰ নিশ্চয় বাৰী কৰাৰ চখ আছিল। লাউৰ ভঙা চাঙৰপৰা বিলাহী বেঙেনাৰ সৰু সৰু চাঙলৈ চকু গ'ল। একোণত এজোপা তুলসীৰ গছ, বহুদিন হাত নপৰাত হাবি হৈ গৈছে। পাগ-ঘৰটোৰ ভিতৰত শব্দ শুনি গৈ দেখিলোঁ, দহ-বাৰ বছৰীয়া লৰা এটাই চাহৰ কেট্‌লী উঠাইছে, লৰা মই অনা নাছিলোঁ। পৰহিয়ে বয়-বস্তুখিনি মাত্ৰ পঠিয়াই দিছিলোঁ। এই মাহৰ শেহত হে ডুমডুমাৰপৰা ৰান্ধনি-লৰা এটা দিব বুলি মোৰ ডাক্তৰ বন্ধু এজনে কৈ থৈছিল।

ভাৰ্গৱ হাজৰিকাও সোমাই আহিছিল। কলে, "ই মোৰ তাতে থাকে। আপোনাৰ অসুবিধা হব নহয়, এই কেইদিন সি আপোনাৰ ইয়াতে থাকক।" কৃতজ্ঞতাত মন মোৰ ভৰি গ'ল। বিশ মিনিটমান পিছত লৰাটোৱে চাহ আনিলে আমাৰ আটাইকেইজনৰ বাবে। মোৰ

মাত্ৰ এযোৰ কাপ-প্লেট হে আছিল ! জলপানেৰে ভৰপূৰ চাৰিজনৰ চাহ দেখি আচৰিত হোৱা বাবেই নেকি জীৱেশ্বৰ কম্পাউণ্ডাৰে কলে, "থাওক চাৰ, আমাৰ জনীয়ে আকৌ আজি দুদিনৰপৰা জঁপিয়াই আছে নতুন ডাক্তৰ আহিব বুলি।"

আটাই কেইজনে হাঁহি-মাতি চাহ খালোঁ। অলপ পিছত এজন এজনকৈ বিদায় লৈ গ'ল। যাবৰ সময়ত হাজৰিকাই বাৰে বাৰে কৈ গ'ল, "কিবা অসুবিধা হলেই জনাব।"

জীৱেশ্বৰ কম্পাউণ্ডাৰেও—"চাৰ, মই এবাৰ চিঞৰ মাৰিলেই শুনিম। মোক দৰকাৰ হলেই মাতিব" বুলি কৈ ওলাই গ'ল। ময়ো বয়-বস্তুবোৰ ঠিক-ঠাক কৰাত লাগিলোঁ।

ৰাতি ভাত খাই উঠি বাহিৰৰ বাৰাণ্ডাতে বহিছিলোঁ এনেতে কম্পাউণ্ডাৰে "চাৰ, ভাত খালে নেকি" বুলি সোমাই আহিল। একো নোকোৱাকৈয়ে আন এখন চকী টানি কম্পাউণ্ডাৰ বহি পৰিল। মই কম্পাউণ্ডাৰক সুধিলোঁ, "ইয়াত ৰোগীৰ সংখ্যা কেনেকুৱা ?"

জীৱেশ্বৰ কম্পাউণ্ডাৰে চকীখন অলপ ওচৰলৈ টানি আনি কলে, 'চাৰ, হওঁতে ৰোগীৰ সংখ্যা সৰহেই, কিন্তু আটাইতকৈ ডাঙৰ কথা হৈছে যে বেছি ভাগেই অশিক্ষিত হোজা মানুহ। ডাক্তৰৰ ঔষধ-পাতিক সিহঁতে বৰকৈ বিশ্বাস নকৰে।"

অলপ আচৰিত হৈ মই সুধিলোঁ, "কিয় ?"

জীৱেশ্বৰ কম্পাউণ্ডাৰে যৎসামান্য সৰু কণ্ঠস্বৰেৰে কলে, "এতিয়াও মানুহবোৰৰ জৰা-ফুকা, বেজ-বেজালিত বিশ্বাস। অৱশ্যে বিশ্বাস কৰে ডাক্তৰৰ এটা বস্তুকেই—সেয়া হৈছে ইন্‌জেক্‌চন্‌। বহুত ৰোগী আহে আৰু এনেদৰে কয়, ডাক্তৰবাবু, এই লৰাটোৰ পেটৰ বিষ, এটা বেজী দি দিয়ক, ঔষধ দিলেও সিহঁত সন্তুষ্ট নহয় যেতিয়ালৈ ইন্‌জেক্‌চন্‌ এটা দিয়া নহয়।"

মই হাঁহি ৰাখিব নোৱাৰিলোঁ। জীৱেশ্বৰ কম্পাউণ্ডাৰে কলে,



"চাৰ কাইলৈৰপৰা নিজেই দেখা পাব নহয়, কিমান ধৰণৰনো ৰোগী, কিমান যে সিহঁতৰ কমপ্লেইন্।"

ৰাতি হৈ আহিছিল। ভাগৰো লাগিছিল মোৰ। কম্পাউণ্ডাৰক বিদায় দি মই বিচনাত পৰিলোঁ। লৰাটো ষ্ট'ৰ-ৰুমতে বিচনা এখন কৰি ইতিমধ্যে শুইছে। লেম্পটো নুমাই দি চকু দুটা মুদি দিয়াৰ আগতে এবাৰ বহলকৈ চকু দুটা মেলি দিলোঁ। বাহিৰত শ্বেৰালি-শুভ্ৰ জোনাক। স্কাই-উইন্দৰ মাজেদি বগা পোহৰৰ ৰেশ কোঠালিটোৰ ভিতৰত সিঁচৰিত হৈ পৰিছে ! মনটো কাৰোবাৰ বাবে এবাৰ উন্মনা হৈ পৰিল। পিছ মুহূৰ্ত্ততে দুচকু জোৰ কৰি মুদি দিলোঁ।

ওচৰৰ টিউবৱেলৰ শব্দৰ লগত কোনোবা তিৰোতাৰ মাত। সেয়া নিশ্চয় কম্পাউণ্ডাৰনী।

প্ৰথম দিনাই ৰোগীৰ ভিৰ দেখি মোৰ ধাৰণা হ'ল যে জীৱেশ্বৰ কম্পাউণ্ডাৰে কোৱা কথাষাৰ একেবাৰে সঁচা নহয়। অৱশ্যে বেছি ভাগ হোজা মানুহ সন্দেহ নাই, বেছি ভাগেই এতিয়াও বৰ বিশ্বাসৰ চকুৰে ডাক্তৰী চিকিৎসাক চাব পৰা নাই ; হয়তো উপায়হীন হৈহে ৰোগীক ডাক্তৰৰ ওচৰলৈ লৈ আহিছে। গতানুগতিক বেমাৰ, জটিল কম্‌প্লেইন্ একো নাই, দুই-এটা বেমাৰ মাথোন বেছি পুৰণি হৈছে।

ৰাতিপুৱা সাত বজাৰপৰা বাৰ বজালৈ আৰু আবেলি তিনি বজাৰপৰা পাঁচ বজালৈ হাস্পাটাল খোলা থাকে। মই হাস্পাটালৰ ষ্টক চাই বুজিলোঁ যে প্ৰয়োজনীয় প্ৰায় আটাইখিনি ঔষধেই আছে। কিছুমান ঔষধ একেবাৰে ব্যৱহাৰ নকৰাও মই বুজি পালোঁ। কাৰণ প্ৰেচক্ৰিপশ্যন লিখি দিয়াৰ পিছত জীৱেশ্বৰ কম্পাউণ্ডাৰে কেইবাবাৰো মোৰ ওচৰলৈ লৰি আহি 'সেইটো কি' বুলি সুধিছিলহি।

দুই-এদিনকৈ সাত দিনমান পাৰ হৈ গ'ল। এই কেইদিনতে ঠাইখনৰ প্ৰায়খিনি মুখিয়াল মানুহৰ স'তে সহজ সম্পৰ্ক এটা মোৰ গঢ়ি উঠিছে। বজাৰৰ ওচৰতে পঞ্চায়ত অফিচ, নামঘৰ এটা, এটা

সাংস্কৃতিক ক্লাব-ঘৰ আৰু হাইস্কুলখন। এইখিনিকে আগুৰি কিছু-জন্য-বুজা মানুহ, তাৰ বাহিৰে চাৰিওফালে সিঁচৰিত হৈ গাঁও-সমূহ। সৰল, হোজা মানুহখিনিৰ মৰম-প্ৰীতিয়ে মোক মুগ্ধ কৰিলে। টকা-পইচাৰ অভাব মানুহবোৰৰ আছে সন্দেহ নাই। কিন্তু সেই কথা অকপটে স্বীকাৰ কৰাত তেওঁলোকৰ কোনো সঙ্কোচ নাই। গামোচা এখনত বান্ধি অনা কিছু চজিনা, এটা লাউ আৰু কেইটামান কেঁচা বগৰী টেবুলত ঢালি দি লৰা বা ছোৱালীৰ অসুখ ভাল কৰি দিবৰ বাবে কৰা মাক-বাপেক অথবা আত্মীয়-স্বজনে কৰা অনুৰোধৰ অভিজ্ঞতা মই নিজেই পাইছোঁ!

মাজতে এদিন ভার্গৰ হাজৰিকাৰ তালৈও গৈছিলোঁ। আদৰ-সাদৰ কৰি বহুৱাই-মেলি হাজৰিকাই আটাইবোৰৰ লগত পৰিচয় কৰাই দিছিল। হাজৰিকাৰ লৰা-ছোৱালী আঠোটি। ডাঙৰজনী ছোৱালী দুবছৰ আগতে মেট্ৰিক পাছ কৰি এতিয়া ওচৰৰ স্কুল এখনত মাষ্টৰণী হৈ আছে। মোক চাহ-জলপান দিবলৈ আহোঁতে ছোৱালীজনীক হাজৰিকাই গাৰ ওচৰলৈ চপাই লৈ কলে, "ডাক্তৰ, এইৰ হে গাটো বৰ ভাল নহয়, খোৱা-লোৱাতো একেবাৰে ৰুচি নাই, দিনে দিনে শুকাই-খীণাই যাব ধৰিছে, আৰু কিবা এটা মূৰৰ বিষ উঠি মাজে মাজে বৰ আমনি দিয়ে।"

কাবোবাৰ আগত নিজৰ অসুখৰ কথা কলে কোনোৱে ভাল নাপায়। ছোৱালীজনীয়েও নাপালে। দেউতাকৰ ওচৰতে তললৈ মূৰ কৰি তাই চকীখন নখেৰে চিকুটি আছিল। মই ছোৱালীজনীলৈ চাই বুজিছিলোঁ, বাপেকে কোৱাৰ দৰে তাই শুকাই-খীণাই যোৱা নাই বৰং বেছ স্বাস্থ্যৱতী ছোৱালী, মুখতে কলোঁ, "ভাল বাৰু পিচত চাম।"

আহিবৰ সময়ত হাজৰিকাৰ সৰু লৰা এটাও মোৰ পিছে পিছে বেগ এটা লৈ অহা বাবে সুধিলোঁ, "কি হ'ল?"

লৰাটোৱে টপৰাই কলে, "দেউতাই এই শাক আৰু বেঙেনাখিনি



দি আহিবলৈ কৈছে।" মোৰ হাঁহি উঠিল, বেগটো মই লব খোজা সত্বেও লৰাটোৱে নিদিলে। দুয়ো আগ বাঢ়িলোঁ। বাটতে লৰাটোক চাৰি অনাৰ লজেন্স কিনি দিলোঁ। সৰু লৰাৰ দৰে ময়ো লৰাটোৱে নেদেখাকৈ এটা লজেন্স মুখত দিলোঁ। কেইটামান হাতত ৰাখিলোঁ। ৰান্ধনি-লৰাটোক দিবলৈ।

দুসপ্তাহমানৰ পিছৰ কথা। মাজ-ৰাতি হঠাৎ দুৱাৰত শব্দ শুনি টৰ্চটো লৈ বাহিৰলৈ আহিলোঁ। চাৰিজন মানুহ। এজনৰ হাতত এটা লেম্প। আটাইকেইজনৰে মুখত এক গভীৰ উৎকণ্ঠাৰ ভাব। মোক দেখা পাইয়ে এজনে হাতযোৰকৈ কলে, "ডাক্তৰবাবু এতিয়াই এবাৰ যাব লাগে।"

"ক'লৈ?"

আটাইকেইজনৰ পিছত থিয় হৈ থকা ধুনীয়া ডেকা মানুহ এজন এইবাৰ আগ বাঢ়ি আহি কলে, "মোৰ ঘৰলৈ।"

কথাটো কি—মই সোধাত কলে যে প্ৰথম সন্তান, মাকে বৰ কষ্ট পাইছে, সন্ধিয়াৰপৰা বিষ আৰম্ভ হৈছে, অথচ এতিয়াও একো হোৱা নাই। কিন্তু বিষ ক্ৰমাত বাঢ়ি গৈছে। আটাইতকৈ বিপদ হৈছে ধাইজনীও বিবুদ্ধিত পৰিছে। তাই হেনো একো বুজিবই পৰা নাই।

মই মানুহকেইজনক ৰ'ব দি কাপোৰ-কানি পিন্ধি ওলালোঁ। বেগটো হাতত লৈ বাহিৰলৈ ওলাই আহি দেখিলোঁ—জীৱেশ্বৰ কম্পাউণ্ডাৰ ৰৈ আছে। মই আচৰিত হৈ তেওঁৰ মুখলৈ চোৱা বাবেই নেকি কলে, "আপোনাক চিঞৰি মতা আমাৰ সিজনীয়ে শুনিছে, তেৱেঁ কলে 'ডাক্তৰ চাগে ক'ৰবালৈ যাব, এদিনীয়া মানুহ'—ব'লক চাৱ।" মোৰ হাতৰপৰা বেগটো লৈ কম্পাউণ্ডাৰ হাস্পটাললৈ গ'ল। লগত লেম্প লৈ থকা মানুহজনক মাতি লৈ গ'ল। অলপ পিছত 'ফৰ-চেপ' আদি প্ৰয়োজনীয় সামগ্ৰী বেগ এটাত ভৰাই লৈ কম্পাউণ্ডাৰ ওলাই আহিল। আমি আটাইকেইজনে আগ বাঢ়িলোঁ।

আন্ধাৰৰ মাজেদিও মই স্পষ্ট দেখিলোঁ, জীৱেশ্বৰ কম্পাউণ্ডাৰৰ ঘৰৰ এন্ধাৰ বাৰাণ্ডাত থিয় হৈ আমি যোৱালৈকে চাই আছে কম্পাউণ্ডাৰনীয়ে।

আধা-ঘণ্টামানৰ পিছত নিৰ্দ্দিষ্ট ঠাই পালোঁগৈ। বাহিৰৰ নঙলা-মুখত উদ্বিগ্নভাৱে দুই-চাৰিজন মানুহ বৈ থকা চকুত পৰিল। কাৰো মুখত মাত্ নাই। মই পোনে পোনে ৰোগিনী থকা ঠাইলৈ গ'লোঁ। এখন বিচনাত ছট্‌ফটাই আছে মানুহজনী। মুখত দুই-এটা মাত্ৰ অস্ফুট শব্দ। বিচনাৰ মূৰতে এটা হাৰীকেন জ্বলি আছে। সেই পোহৰৰ মাজেদিয়ে মই মানুহজনীৰ লনি, ধুনীয়া মুখখনত অব্যক্ত বেদনা আৰু যন্ত্ৰণাৰ প্ৰতিচ্ছবি দেখিবলৈ পালোঁ।

মোক দেখি ধাইজনী ওপৰ চাপি আহিল। সকলোখিনি বিবৰি কলে। মই বুজিছিলোঁ—জটিল কেচ্। হাতখন ধুই মই ৰোগিনীৰ পৰীক্ষা আৰম্ভ কৰিলোঁ। পাল্‌চ্ বৰ খৰ, ব্লাড-প্ৰেচাৰ লৈ দেখিলোঁ ভীষণ ল'—জিভাখন শুকাই গৈছে—মানুহজনী যন্ত্ৰণাত ছাটি-ফুটি কৰি আছে। কম্পাউণ্ডাৰো মোৰ লগতে আছিল। মই পৰীক্ষা কৰি বুজিলোঁ যে বহু পলম হৈ গৈছে, সন্তানটোৰ স্বাভাৱিক জন্ম সম্ভৱ নহয়। ইফালে যদি সোনকালে কিবা এটা কৰি পেলোৱা নাযায়, তেতিয়া মাকৰ অৱস্থাও বিপদজনক।

তেতিয়া দুইমান বাজিছিল। বাহিৰলৈ আহি দেখিলোঁ মানুহবোৰ উদ্বিগ্ন মুখেৰে বৈ আছে। মই মানুহজনীৰ গিৰিয়েকক লগ পাব খুঁজিলোঁ। তেতিয়া মোক মাতিবলৈ যোৱা ধুনীয়া ডেকা মানুহজন আগ বাঢ়ি আহিল। দুয়ো অলপ আঁতৰলৈ আহিলোঁ। মই মানুহজনক বুজাই দিলোঁ যে বৰ পলম হৈ গৈছে, সন্তানটিৰ পজিশ্যন বৰ কমপ্লেক্স, ইউটেৰাচ ইজ টু স্মল—অপাৰেশ্যন কৰাৰ বাহিৰে উপায় নাই। কিন্তু কথা হৈছে অপাৰেশ্যন ইয়াত সম্ভৱপৰ নহব, কিন্তু হাস্পটাললৈ নিয়াৰো এতিয়া অৱস্থা নাই। এই অৱস্থাত মই এটা কাম কৰিব



পাৰোঁ। সেয়া হৈছে, হয় সন্তানটিক বচাব পাৰোঁ অথবা মাকক বচাব পাৰোঁ; কিন্তু দুয়োটাই সম্ভৱ নহয়। ইট্ ইজ্ টু লেট্‌...

চিগাৰেট এটা জ্বলাই মই মানুহজনৰ মুখলৈ চালোঁ। শুকাই যোৱা কদম্ ফুলৰ দৰে ম্লান মুখখনত এক অব্যক্ত বেদনা আৰু আশাভঙ্গৰ জিলিকনি উদ্ভাসিত হৈ উঠিল। মানুহজনে তলমূৰকৈ থাকি হাতযোৰ কৰি কলে, "ডাক্তৰ, আপুনি যি ভাল দেখে কৰক, মই একো নেজানো—একো নেজানো, কিন্তু স্বৰভিক—"

মই বিবুদ্ধিত পৰিলোঁ। মানুহজনৰ গাত থপৰিয়াই মই একো ভয় নাই বুলি কলোঁ। চিগাৰেটটো শেষ কৰি মই কম্পাউণ্ডাৰক মাতিলোঁ—প্ৰয়োজনীয় বয়-বস্তু যোগাৰ কৰি লৈ জেনেৰেল এনাস্থেচিয়া দি দিলোঁ। কম্পাউণ্ডাৰে কলে, "চাৰ, কি কৰিম বুলি ভাবিছে?"

"ডিকেপিটেশ্যন।"

ইতিমধ্যে ক'ৰবাৰপৰা সৰু পেট্ৰোমাক্স লাইট এটা আনি এজনে দি গ'ল। লাইটটো অনাৰ কথা হেনো জীৱেশ্বৰ কম্পাউণ্ডাৰেই কৈছিল। মই কাম আৰম্ভ কৰিলোঁ...মুহূৰ্ত্তৰ পিছত মুহূৰ্ত্ত পাৰ হৈ গ'ল, আৰু সন্তানটোৰো এটি এটি টুকুৰা টুকুৰা অংশ বাহিৰ কৰি আনিলোঁ...

প্ৰায় দুঘণ্টাৰ পিছত মই ৰোগিনীৰ মুখলৈ চালোঁ। নিথৰ মুখ!...অপাৰেশ্যন মোৰ শেষ হৈ গৈছিল। কম্পাউণ্ডাৰক এটা আৰ্গোমেট্ৰিন ইন্‌জেক্‌চন্ ৰেডি কৰিবলৈ দিলোঁ। হাত ধুই আহি ইন্‌জেক্‌চন্‌টো দিলোঁ। পোন্ধৰ মিনিটমানৰ পিছত দেখিলোঁ মানুহজনীয়ে চুটি চুটিকৈ উশাহ লৈছে। কপালত বিন্দু বিন্দু ঘামৰ কণিকা জিলিকি পৰিছে। পাল্‌চ্ নৰমেল। বুজিলোঁ—ভয়ৰ কাৰণ পাৰ হৈ গৈছে। কম্পাউণ্ডাৰক ব্ৰোমাইন মিকচাৰ এটা কৰি পঠিয়াই দিবলৈ কৈ মই ওলাই আহিলোঁ।

ৰাতি কেতিয়াবাই পুৱাইছিল। বাহিৰত বহু মানুহ আহি গোট খাইছে। সকলোৱে মই বাহিৰ ওলোৱাৰ লগে লগে একোযোৰ চকু মোৰ ওপৰত স্থিৰ কৰি পেলালে। মই সন্ধানী দৃষ্টিৰে চাৰিওফালে চালোঁ। মানুহজনক নেদেখিলোঁ।

বেগটো লৈ ওলাই আহিব খোজোঁতেই এজনে মাত দিলে, "ন'ব ডাক্তৰবাবু।"

উভতি চাই দেখিলোঁ—ভাৰ্গৱ হাজৰিকা। হাজৰিকা ওচৰ চাপি আহি কলে, "মই ৰাতিপুৱাই শুনিলোঁ আপুনি জনাৰ্দ্দনৰ তালৈ অহা বুলি, খবৰ এটাকে লওঁ বুলি আহিলোঁ।"

মই হাজৰিকাক কলোঁ, "ভালেই হ'ল, ব'লক যাওঁ।" হাজৰিকাই কলে, "ৰ'ব জনাৰ্দ্দন আহক।"

জনাৰ্দ্দন আহিল। ৰাতিৰ পোহৰত যিখন মুখ মই এক অবুজ বেদনাত ম্লান যেন পাইছিলোঁ, দিনৰ পোহৰত সেই মুখখনৰ মাজত আৰু এক করুণতৰ শোকৰ প্ৰতিচ্ছবি দেখিলোঁ, মনটো মোৰ সেমেকি আহিল।

জনাৰ্দ্দনে কলে, চাহ খাই যাব লাগিব। মই হুকা-বধা কৰা সত্ত্বেও নুশুনিলে। হাজৰিকা আৰু মই দুয়ো চাহ আৰু সামান্য জলপান খাই উঠিলোঁ। আহিবৰ সময়ত কলোঁ, দৰ্কাৰ হলে খবৰ দিবলৈ। জনাৰ্দ্দনে উঠিবৰ সময়ত শৰাই এখনত টকা কেইটামান আগ বঢ়ালে। মই নোচোৱাকৈয়ে টকা কেইটা পকেটত থলোঁ।

হাজৰিকা আৰু মই যেতিয়া পথাৰৰ মাজেৰে আগ বাঢ়িছিলোঁ, বেলিটো ক্ৰমাত গাঢ় ৰঙা হৈ ওলাই আহিছে। ৰাতিপুৱাৰ পাতল ফিৰফিৰিয়া বতাহজাক লাগি গধুৰ মূৰটো ভালেখিনি জুৰ পৰা যেন লাগিল। হাজৰিকাক মই মোৰ কোৱাৰ্টাৰলৈকে লৈ আহিলোঁ। লৰাটো বাহিৰতে বৈ আছিল, মই তাক কফি দুকাপ কৰিবলৈ কলোঁ, আৰু দুটা অম্‌লেট। হাজৰিকাই হাঁহিলে।



কেইদিনমান পিছৰ কথা। ইতিমধ্যে মই মাজতে এবাৰ জনাৰ্দ্দনহঁতৰ ঘৰলৈ গৈ আহিছোঁ। সুৰভিয়ে যথেষ্ট ভাল পাইছে। অলপ দুৰ্ব্বল—দুই-এদিনতে সেয়া অৱশ্যে নোহোৱা হৈ যাব। টনিক এটা তিনিচুকীয়াৰপৰাই অনাই দিছোঁ।

কিন্তু তেনেকুৱাত এদিন এষাৰ কথা শুনি মই বৰ আঘাত পালেঁা। অৱশ্যে অইনে কোৱাহেঁতেন কথাষাৰত মই বৰ গুৰুত্ব নিদিলোহেঁতেন। কিন্তু ভাৰ্গৱ হাজৰিকাই কোৱা বাবে হে মই অলপ চিন্তিত হলেঁা। হওঁতে বৰ গুৰুত্ব দিবলগীয়া কথা নাছিল, কিন্তু তাৰ দুই-এটা প্ৰত্যক্ষ প্ৰমাণ পোৱাত মই সচকিত নহৈ নোৱাৰিলেঁা।

ভাৰ্গৱ হাজৰিকাই কলে যে গোটেই গাঁওত হেনো মোৰ বদনাম। সকলোৱে কোৱা-মেলা কৰিছে যে আজিলৈকে কিমান লৰা-ছোৱালীৰ জন্ম হ'ল, এনেদৰে ডাক্তৰৰ হাতত সন্তান মৰা নাছিল। তাতকৈ ডাক্তৰ নামাতি ধাইৰ হতুৱাই চেষ্টা কৰাই ভাল আছিল। আগৰজন ডাক্তৰে এটা নহয় দুটা নহয় সোতৰটাৰো বেছি 'খালাচ' কৰাইছে, ক'তা একোতো হোৱা নাই! এওঁ আচলতে একো নাজানে, এনেয়ে এইখন দপদপনি ইত্যাদি।

মই শুনি প্ৰথমতে মন-কাণ দিয়া নাছিলেঁা, কিন্তু যেতিয়া হাস্পিটালত ঔষধ নিবলৈ অহা মানুহৰ মুখতো এই বিষয়ে লুকাই-চুৰকৈ হলেও আলোচনা কৰা মোৰ কাণত পৰিল, তেতিয়া স্বাভাৱিকতে মই ক্ষুব্ধ হৈ উঠিলেঁা। হাজৰিকাই কৈছিল, "চিন্তা নকৰিব, এইবোৰ অশিক্ষিত হোজা মানুহৰ লগত এনে হয়েই। দুই-এদিনতে চব পাহৰি যাব!"

কিন্তু পাহৰি নগ'ল।

মই দেখিলেঁা, বৰং আগতকৈ বেছি সজোৰে যেন মোৰ বিৰুদ্ধে এক অপপ্ৰচাৰৰ হীন ষড়যন্ত্ৰ চলিল। জীৱেশ্বৰ কম্পাউণ্ডাৰেও কথাটো শুনিছিল। মোক কৈছিল, "চাৰ, আৰু বহু ধৰণৰ অপবাদেই শুনিব

লাগিব,—এই চাৰি বছৰত মোৰ তেনেই তিতা-কেঁহা লাগি গৈছে নহয়। ইহঁতক বিষ দি মৰিবলৈ দিয়া হে ভাল।”

মই অৱশ্যে বাহিৰত একো উত্তেজনাই নেদেখুৱালোঁ। যেন একো হোৱাই নাই—তেনে এটি ভাবতে থাকিলোঁ। আগৰ দৰেই সকলো চলি থাকিল। মাথোন হাস্পটালত ৰোগীৰ সংখ্যা আগতকৈ যেন বহু কম—মোৰ তেনে এটা অনুমান হ'ল।

এনেতে এদিন জনাৰ্দ্দন আহিল মোৰ তালৈ। হাতত এটা টোপোলা। মোক একো নোকোৱাকৈয়ে টোপোলাটো লৰাটোৰ হাতত দি আহিল। মই সুধিলোঁ, “সুৰভি কেনে আছে ?”

জনাৰ্দ্দনে কলে যে ভালেই আছে। দুৰ্ব্বল ভাৱটো হে যোৱা নাই। মই লাহে লাহে সেইটো নোহোৱা হৈ যাব বুলি কৈ জনাৰ্দ্দনক পোনাই সুধিলোঁ, “মোৰ বিৰুদ্ধে মানুহে হেনো কিবাবোৰ উলিয়াইছে, শুনিছা নে নাই ?” কথাষাৰ কৈ মই তীক্ষ্ণ দৃষ্টিত জনাৰ্দ্দনৰ মুখলৈ লক্ষ্য কৰিলোঁ। মোৰ প্ৰশ্নত সামান্য যেন আহত হ'ল এনে এক ভাবান্তৰ মই জনাৰ্দ্দনৰ মুখত খন্তেকলৈ দেখিলোঁ। অলপ ৰৈ কলে, “বিশ্বাস কৰক, মই নিজেই লাজ পাইছোঁ। আপুনি কিন্তু আমাক ভুল নুবুজিব, আপুনি কৰা উপকাৰ আমি জীৱনলৈ পাহৰিব নোৱাৰোঁ।”

কিয় জানো জনাৰ্দ্দনৰ কথাবোৰ ভাল নালাগিল। কথা যে সি আন্তৰিকতাৰেই কৈছে তাত কোনো সন্দেহ নাই। তথাপিতো।

চাহ একাপ খাই জনাৰ্দ্দন গুচি গৈছিল। পাৰিলে এবাৰ ঘৰলৈও মাতি থৈ গৈছিল। জনাৰ্দ্দন যোৱাৰ পিছত মই নিৰলে এটা কথা ভাবিছিলোঁ—এনে ঠাইত এই জীৱন সংঘাতপূৰ্ণ। কিন্তু ইয়াৰ মাজতে আমি থাকিব লাগিব, এইবোৰ মানুহক সচেতন কৰি তোলাৰো এক নৈতিক দায়িত্ব আমাৰ আছে। ইচ্ছা কৰিয়ে জীৱেশ্বৰ কম্পাউণ্ডাৰক জনাৰ্দ্দন অহা কথাটো নকলোঁ।



হাস্পটালৰ সময়খিনিৰ বাহিৰে আজিকালি বেছি ভাগ সময় মই ঘৰতে থাকোঁ। হাজৰিকাই কেইদিনমানৰ বাবে দিয়া লৰাটো স্থায়ীভাৱেই থাকিল। দুই-এপদকৈ বস্তু গোটাই মই ঘৰটো সজাই তুলিলোঁ। আগফালে ফুলনি এখনৰ বাবে দুই-এবিধ গছও কই দিছোঁ। কম্পাউণ্ডাৰনীয়ে নিজে গোলাপৰ পুলি এটা দিছে। আগতে আনি থোৱা দুই-এবিধ মৰচুমী ফুলৰ গুটিও দিছে। ৰেডিঅ'টো আছেই। সেইটোকে সন্ধিয়া লগাই দি বহি থাকোঁ— গুৱাহাটী কেন্দ্ৰৰ বাহিৰেও পৃথিবীৰ যি কোনো ঠাইৰ গান শুনিব পাৰি। শুনো। পঢ়োঁ। লিখাৰ ইচ্ছা হয়। নোৱাৰোঁ। মোৰ লগৰে এজন এতিয়া বিৰাট গল্প লিখক। কেতিয়াবা ভাবোঁ, ডাক্তৰী জীৱনৰ বিবিধ অভিজ্ঞতাৰ বিষয়ে তালৈয়ে লিখি পঠিয়াম। অন্য দেশত ডাক্তৰ-সাহিত্যিকৰ সংখ্যা ঢেৰ। অসম দেশত নাই! ওচৰ-পাঁজৰৰ বাগিচা আৰু ডুমডুমাৰ দুই-এক বন্ধু-বান্ধৱ মাজে মাজে আহে। দুই-এদিন থাকি আকৌ যায়গৈ।

কিছুদিনৰ পিছৰ কথা। সন্ধিয়া ৰেডিঅ'টো লগাই দি বাহিৰতে বহি আছোঁ। লৰাটো বজাৰলৈ গৈছিল। কম্পাউণ্ডাৰনীয়ে বাহিৰৰ চোতালতে বহি কোনোবা এটাৰ লগত কথা পাতি আছিল। এনেতে কোনোবা অহা যেন পাই মনটো মোৰ বিৰক্তিৰে ভৰি গ'ল। এই বুলিয়ে যে হয়তো আকৌ ক'ৰবালৈ এতিয়াই যাবলগীয়া হব!

ওচৰ চাপি অহাত দেখিলোঁ জনাৰ্দ্দন আৰু সুৰভি। মই আথে-বেথে দুয়োকে বহিবলৈ দিলোঁ। ভিতৰলৈ গৈ এখন চকী আনিব খোজোঁতেই জনাৰ্দ্দনে নিজে চকীখন আনিলে। মই সুৰভিৰ ফালে চালোঁ। অস্পষ্ট পোহৰত বৰ ভাল দৰে নেদেখিলোঁ। জনাৰ্দ্দনে কলে, “ফুৰিবলৈ আহিলোঁ। এইজনীয়ে কেইবা দিনৰেপৰা কৈ আছে ডাক্তৰৰ তালৈ যাম বুলি।”

"বৰ ভাল কৰিলা" বুলি কৈ সুৰভিক সুধিলোঁ, "তুমি গা ভাল পাইছা নে নাই ?"

খুব মিহি সৰু মাতেৰে কিবা এটা কলে, নুবুজিলোঁ। ধৰি ললোঁ ভাল বুলিয়ে নিশ্চয় কৈছে। আৰু মই কি কম ভাবি নেপালোঁ। জীৱেশ্বৰ কম্পাউণ্ডাৰ থকাহেঁতেনো! তেওঁ আকৌ কাচাৰীৰ কামত ডিব্ৰুকলৈ গৈছে। একো কবলৈ নেপাই মই কলোঁ, "অ' সেইদিনা যে দৈ-গাখীৰখিনি দিছিলা, বৰ ভাল লাগিল। ঘৰৰে গৰু নেকি ?"

কবলৈ হে পালোঁ, জনাৰ্দ্দনে কেইজনী গাই-গৰু, কিমান গাখীৰ দিয়ে, কিমান দৈ কৰে, ঘিউ কৰে তাৰ খতিয়ান দি গ'ল। মই ভাল ঘিউ পাবিলে অলপ দিব কলোঁ—যদিও মই সেই কথাটোকে কব খোজা নাছিলোঁ।

বজাৰৰপৰা লৰাটো উভতি আহিছিল। মই ভিতৰলৈ গৈ তাক চাহৰ পানী উঠাই দিবলৈ কৈ বাহিৰলৈ আহি কলোঁ, "ইয়াত এন্ধাৰত কিমান বহিবা, ভিতৰলৈকে আহা।"

দুয়ো নিঃশব্দে মোক অনুসৰণ কৰিলে। একেবাৰে শোৱনি-কোঠালৈ আনি দুয়োকে বহিবলৈ দিলোঁ। জনাৰ্দ্দন বিচনাখনতে বহিল, সুৰভি পালেংখনৰ সমুখতে থিয় হৈ ৰ'ল। মই বহিবলৈ দিয়াত তলমূৰ কৰিলে। জনাৰ্দ্দন এইবাৰ উঠি আহি চকীখনত বহিল, সুৰভিয়ে কোঁচ-মোচ খাই বিচনাখনতে বহি পৰিল।

মই বান্ধনি-ঘৰলৈ আহি কণী চাৰিটা ভাঙিলোঁ। পিঁয়াজ অলপ সৰু সৰুকৈ কাটি লৰাটোক কেৰাহিটো বহাবলৈ কলোঁ। বিস্কুটৰ টিনটো পৰহিয়ে শেষ হৈছে, আজি হে কম্পাউণ্ডাৰক ডিব্ৰুগড়ৰপৰা এটা আনিবলৈ দিছোঁ। অমলেটৰ লগত আৰু দুই-এবিধ কিবা দিবলৈ দি মই চাহ দুকাপ আনিবলৈ কলোঁ।

উভতি আহি মই দেখিলোঁ—সুৰভিয়ে টেবুলৰ ওপৰত থকা ফটো এখন হাতত লৈ লেম্পৰ ওচৰত মূৰ গুজি চাই আছে। ওচৰতে



জনাৰ্দ্দন। দুয়োৰে মুখত হাঁহি। ইটো কোঠালিৰ এন্ধাৰত থিয় হৈ, গিৰিয়েক-ঘৈণীয়েক হাললৈ চালোঁ। সুৰভি সঁচায়ে ধুনীয়া। জনাৰ্দ্দনো অকস্মাৎ মনটো মোৰ কাবোবাৰ বাবে উন্মনা হৈ পৰিল। মোৰ উপস্থিতিৰ উমান দিবলৈকে এনেয়ে এবাৰ চিঞৰি কলোঁ, "ট্ৰেখন ইয়াতে আছে লৈ যা।"

মোৰ মাত শুনি দুয়ো প্ৰায় চমকি উঠাৰ দৰে হ'ল। সুৰভিয়ে ফটো-ফ্ৰেমত থকা ফটোখন থিয় কৰাই থব খুজি নজনাৰবাবেই হওক, অথবা লাজ পাইয়ে হওক খৰধৰকৈ বাৰে বাৰে ফটোখন খুব খুজিও থব নোৱাৰি লাজতে ৰঙা-চঙা পৰিল। মই 'ঠিক আছে, থোৱা' বুলি কৈ তাই এনেয়ে থৈ দিয়া ফটোখন আকৌ ঠিক কৰি থৈ দিলোঁ।

এনেতে চাহ আনিলে। দুয়োকে চাহ দিলোঁ। ময়ো একাপ চাহ ললোঁ। সুৰভিয়ে লাজ পাইছিল বাবেই মই কলোঁ, "খোৱা, লাজ নকৰিবা! অকলশৰীয়া মানুহ। একো দিব নোৱাৰিলোঁ।"

সুৰভিয়ে তলমূৰকৈয়ে চাহ খাই আছিল। জনাৰ্দ্দনে বাৰে বাৰে মোৰ মুখলৈ চাইছিল।

চাহ খোৱা শেষ হোৱাৰ পিছত সুৰভিয়ে একেথৰে টেবুলৰ ফটোখনলৈ চাই থকা দেখি মই সুধিলোঁ, "কোন জানিছা ?"

তাই মূৰ জোকাৰিলে।

মই কলোঁ, "মেঘালী।" এইবাৰ সুৰভিয়ে যেন বুজি পালে তেনেদৰে হাঁহি এটা মাৰি আঁচলৰ আগটো আঙুলিত মেৰিয়াব ধৰিলে। জনাৰ্দ্দনে কলে, "ইয়ালৈ নানে নেকি ?"

মই কলোঁ, "আনিম, কিছুদিন পিছত। এতিয়া মাকৰ ঘৰতে আছে।"

মচলাৰ থালখন লৰাটোৱে দি গ'ল। মই সুৰভিৰ ফালে দিলোঁ। তললৈ মূৰ কৰি তাই কেইটামান হাতৰ তলুৱাত ললে। অলপ

পিছত ছুয়ো যাবলৈ ওলাল। মই কলোঁ মাজে মাজে আহিবলৈ। আৰু কলোঁ, "মেঘালী আহিলেতো স্নুৰভি সদায় আহিব লাগিব।"

জনাৰ্দ্দনে হয়ভৰ দিলে। 'যাওঁ' বুলি ছুয়োখন হাত তুলি আঁতৰি যোৱা স্নুৰভিৰ মুখখন মই ওৰণিৰ বাবে ভালদৰে নেদেখিলোঁ। অলপ দূৰ মই আগ বঢ়াই থলোঁ। তাৰ পিছত এন্ধাৰৰ মাজত জনাৰ্দ্দন আৰু স্নুৰভি নোহোৱা হৈ গ'ল।

উভতি আহি কোঠালিটোত সোমাই কিয় জানো অজানিতে মোৰ মনটো বেয়া লাগি গ'ল। টেবুলৰ ওপৰত থকা খালী চাহৰ কাপ-প্লেটবোৰ, বিচনাৰ এটা মূৰৰ বেডক'ভাৰৰ কোঁচ-মোচ খাই থকা ঠাইখিনি, টেবুলৰ ওপৰৰ মেঘালীৰ হাঁহি থকা ফটোখন—এই প্ৰত্যেকবোৰৰ ওপৰেদি একোবাৰ মোৰ চকুৰ দৃষ্টি বাগৰি গ'ল।

ৰেডিঅ'ত কোনোবাই চেতাৰ বজাইছিল। চুইচ্‌টো অফ্ কৰি দিলোঁ। বিচনাত বহি লেম্পৰ ওচৰলৈ আনি আকৌ এবাৰ মেঘালীৰ ফটোখন চালোঁ। ফটোৰ হাঁহিটো মই যেন স্পষ্ট চকুৰ আগত হে দেখিছোঁ। যিখিনি ঠাইত স্নুৰভি বহি আছিল, সেই ঠাইখিনিলৈ চালোঁ। বেড্‌ক'ভাৰখন কোঁচ-মোচ খাই আছে, অ'ত ত'ত ছুই-এটা উকৰি পৰা মচলাৰ টুকুৰা।

বিচনাৰ তলৰপৰা কালিয়ে পোৱা মেঘালীৰ চিঠিখন আকৌ এবাৰ উলিয়াই পঢ়ি গ'লোঁ ঃ

"...তুমি নথকা কথাটোৱে মোক অনবৰত আমনি দিয়ে। নতুন ঠাই তোমাৰ কেনে লাগিছে লিখিবা। সাৱধানে চলিবা। লৰা এটা পাইছা নে নাই? ৰন্ধা-মেলাত যদি অস্নুবিধা হৈছে তৎক্ষণাৎ ইয়ালৈ লিখিবা। ওচৰৰ নেপালী এটা ঠিক কৰি লৈ তুমি নিতৌ গাখীৰ খাবা।...মই পুৱহি দিনাও হাস্পটাললৈ গৈছোঁ। বহুত কিবা ঔষধ খাব দিছে। মা লগত গৈছিল।...অহা সপ্তাহৰ ভিতৰত হব লাগে বুলি কৈছে। মই একো কষ্ট পোৱা নাই, তুমি চিন্তা নকৰিবা; কষ্ট



পাওঁ মাত্ৰ তোমাৰপৰা চিঠি অহাত পলম হলে। তুমি একেবাৰে চিন্তা নকৰিবা। মোৰ শপত..."

এবাৰলৈও চিন্তা নকৰোঁ বুলি, নেযাম বুলি ভাবি থকা সত্বেও ইন্‌লেণ্ড এখন উলিয়াই তেতিয়াই মেঘালীলৈ লিখিলোঁ—"মই শনিবাৰে এক্সপ্ৰেছত সেইখিনি গৈ পাম..."

মেঘালীৰ ঠিকনাটো লিখি চিঠিখন থৈ আকৌ এবাৰ মেঘালীৰ ফটোখনলৈ চালোঁ। কব নোৱাৰাকৈয়ে ফটোখন মুখৰ ওচৰলৈ আনিলোঁ। একেবাৰে ওচৰলৈ, এক অনাগত স্নুখৰ স্বপ্নত মই চকু ছুটা মুদি দি অনুভৱ কৰিবলৈ চেষ্টা কৰিলোঁ মেঘালীক—

সাগৰ যেন ব্ৰহ্মপুত্ৰ নদীটো শুকাই-মেলি-নল-খাগৰি এডালৰ দৰে সৰু হৈ যাব পাৰে। সাত বছৰৰ ভিতৰত বহুত কিবাই হব পাৰে। ঘটিব পাৰে। ইন্দ্ৰনাথে সেই কথা জানে।

অথচ সাত বছৰৰ পিছতো ষ্টেচনৰ পকা আলিটো এৰি আহি তাৰ অতি চিনাকি গাঁৱৰ সেই কেঁচা আলিটোৰেদি খোজ কাঢ়ি কাঢ়ি ইন্দ্ৰনাথে ভাবিলে, ক'তা একোৰে দেখোন পৰিৱৰ্ত্তন হোৱা নাই। এই সাত বছৰৰ ভিতৰত কিবা এটা যে ঘটিছে তাৰ সামান্যতমো পৰিচয় ক'তো নাই। নিজে নিজে হাঁহিলে ইন্দ্ৰনাথে। গুৱাহাটীত ফেৰীত উঠোঁতেই কিনি লোৱা বিৰিৰ পেকেটটোৰপৰা বিৰি এটা উলিয়াই জ্বলাই ললে, আৰু তাৰপিছত আগতকৈও খৰ-খেদাকৈ খোজবোৰ দীঘল দীঘলকৈ দিলে ইন্দ্ৰনাথে। সন্ধিয়া হোৱাৰ আগে আগে ঘৰ পাবগৈ লাগিব। এই অদ্ভুত ইচ্ছা আৰু আগ্ৰহৰ কিলবিলনি ইন্দ্ৰনাথৰ মূৰৰ মাজত বৃত্তাকাৰে ঘূৰিব লাগিছে। আজি সাত বছৰৰপৰা মাত্ৰ এইটো দিনৰ বাবেই গভীৰ উৎকণ্ঠাৰে ইন্দ্ৰনাথ ৰৈ আছিল। মাত্ৰ এবাৰ, এবাৰ···

আৰু কিমান দূৰ? ইন্দ্ৰনাথে হতাশ হৈ চকুৰে মনিব পৰা যিমানলৈ যি দেখা পায়, তালৈ চকু দিলে। বহু বাকী আছে এতিয়াও। তৰাবাৰী-ঘাটৰ বাঁহনিডৰা এতিয়াও পোৱাই নাই, তাৰপিছত লেচুমুৰ গাঁও, তাৰপিছত জগদীশ দোকানীৰ দোকান, শঙ্কৰ-মন্দিৰ, আৰু বহুত কিবাকিবি আছে। এতিয়াও বহু বাকী আছে। ইন্দ্ৰনাথে ভাবিলে।

আৰু সেই বুলি ভাবি লোৱাৰ লগে লগে ইন্দ্ৰনাথৰ খোজৰ গতি লেহেম হৈ আহিল। মুহূৰ্ত্তৰ ভিতৰত জীপ খাই উঠা উৎসাহৰ শক্তি



যেন ক্ৰমাত হ্ৰাস হৈ আহিল—তেনে লাগিল ইন্দ্ৰনাথৰ। অথচ আজি ৰাতিপুৱাই ফেৰীত উঠাৰ লগে লগে ইন্দ্ৰনাথৰ মনৰ চকুত তাৰ এই গাওঁখনৰ কথাই প্ৰথমে উদ্ভাসিত হৈ উঠিছিল। আৰু উঠিছিল বহুত চিনাকি-অচিনাকি মুখৰ প্ৰতিচ্ছবি—সাত বছৰে যিবোৰ মুখ দেখা নাই, অথবা দেখিলেও সেই দেখাক দেখা বুলি কব নোৱাৰি। সেই উত্তেজনা ইন্দ্ৰনাথৰ মাত্ৰ আজিয়ে নহয়—এই সাত বছৰৰ প্ৰতিটো দিন, প্ৰতিটো ক্ষণৰ আঁৰে আঁৰে এক অকথনীয় বোবা-বেদনাৰ আঘাতে ইন্দ্ৰনাথক ডেই-পুৰি মাৰিছে। আৰু কোনো কোনো এটা মুহূৰ্ত্তত নিঃসঙ্গ নিঃসঙ্গ যেন লগা ইন্দ্ৰনাথৰ মনটোৱে অদৃশ্য ভগৱানক যেন মৌনভাৱে মিনতি জনায়ঃ মোৰ দৰে এই কষ্ট আন আৰু কাকো নিদিবা, নিদিবা।

সেইটো এটা বেলেগ মানুহ ইন্দ্ৰনাথ।

আজিৰ এইটো বেলেগ মানুহ ইন্দ্ৰনাথ।

অথচ দুয়ো দুয়োৰে কিমান ওচৰ। কিমান আপোন। একে চকু, মুখ, নাক, কাণ লৈ এইটো ইন্দ্ৰনাথৰ স'তে আগৰ ইন্দ্ৰনাথৰ মিল আছে প্ৰতিটো কথাত, প্ৰতিটো অঙ্গত, প্ৰতিটো কাৰ্য্যত। অথচ দুয়ো বেলেগ। অন্ততঃ সেই বুলিয়ে ইন্দ্ৰনাথে ভাবি লৈছে।

বিৰিটো তিতা তিতা যেন লাগিছিল। আধা-খোৱাকৈ ইন্দ্ৰনাথে পেলাই দিলে বিৰিৰ টুকুৰাটো। বিপৰীত ফালৰপৰা গৰু-গাড়ী এখন আহি আছে। ছৈ দিয়া গৰু-গাড়ী। বোধহয় কোনোবা কইনা। এখন গাঁৱৰপৰা আন এখন গাঁৱলৈ যাব। পাছে পাছে বয়-বস্তু লৈ তিনি-চাৰিজন মতা মানুহ। ইন্দ্ৰনাথৰ ওচৰেদি গাড়ীখন পাৰ হৈ গ'ল। প্ৰতিজন মানুহৰ চকু একোবাৰ ইন্দ্ৰনাথৰ মুখৰ ওপৰত পৰিল। কাকো চিনি নাপালে ইন্দ্ৰনাথে। কোন গাঁৱৰ মানুহ ধাৰণাও কৰিব নোৱাৰিলে। হয়তো কোনোবা নতুন মানুহ উঠি আহি গাঁৱত বহিছেহি। নহলে গাঁৱত এনে কোনো মানুহ নাই যাক ইন্দ্ৰনাথে

নাজানিছিল! গৰু-গাড়ীখন পাৰ হৈ যোৱাৰ পিছতো ইন্দ্ৰনাথ অলপ সময় একেঠাইতে থিয় হৈ ৰ'ল। গাড়ীৰ ভিতৰত ছোৱালীজনী ইন্দ্ৰনাথৰ চকুত পৰিছিল। আঁঠু এটাৰ ওপৰত মুখখন থৈ এক করুণ দৃষ্টিৰে বাহিৰলৈ চাই গৈছে—গোটেই দেহত নতুন কাপোৰ আৰু গহনা। ছোৱালীজনীৰো চকু ইন্দ্ৰনাথৰ মুখৰ ওপৰেদি এবাৰ বাগৰি গৈছিল।

সামান্য হাঁহি ইন্দ্ৰনাথে আকৌ খোজ দিলে। মনে মনে ভাবিলে, কিমান সুখ আৰু শান্তিৰ সপোন লৈ সেইজনী ছোৱালী গৈছে কোনে জানে? এনেদৰে সদায় মানুহ গৈছে। আহিছে। আকৌ নতুন জীৱন আৰম্ভ হৈছে।

সেমেকি যোৱা মনটো আকৌ কিহবাৰ উত্তেজনাত সক্ৰিয় হৈ উঠিল। ইন্দ্ৰনাথৰ উপলব্ধি বাহিৰত সেই উত্তেজনাৰ অনুভূতি। অথচ কেঁচা আলিটোৰ ওপৰেদি শুদা ভৰিৰে খোজ কাঢ়ি কাঢ়ি ইন্দ্ৰনাথৰ এনে লাগিছিল যেন এই উত্তেজনা এটা সময়ত যেনেদৰে তাৰ মনৰ মাজত, দেহৰ ভিতৰত জুম বান্ধি আকৌ কিবা এটা কৰি পেলোৱাৰ বাবে সজাগ কৰি তুলিছিল, সেই সজাগ বৃত্তিৰ মোহ যেন ভালেখিনি শাম কাটিছে। এটা ৰুদ্ধ পৰিৱেশৰ মাজত এক আচৰিত জগতত বাস কৰি কৰি ইন্দ্ৰনাথৰ মনটোৱে হয়তো এনে এটা ৰূপ লৈছে, যিটো ৰূপ এই বাহ্যিক পৰিৱেশত, এই মুক্ত পৰিৱেশৰ মাজত কোনোমতে খাপ খুৱাই লব পৰা নাই।

আৰু কিমান দূৰ?

বহু দূৰৈত ৰিণিকি-ৰিণিকি বাঁহনি এডৰা দেখা 'পোৱা গৈছে। সেয়া তৰাবাৰী-ঘাটৰ বাঁহনি। সেইডৰা বাঁহনিৰ কথা সেইটো অঞ্চলত নজনা মানুহ কোনো নাই। প্ৰায় একঠামান মাটি আগুৰি পূবা-পশ্চিমাকৈ তৰাবাৰী-ঘাটৰ বাঁহনিডৰা থিয় হৈ আছে। দোভাগ ৰাতিৰ কথাই নাই, এন্ধাৰ হলেই সেই বাঁহনিৰ তলেদি মানুহ যাবলৈ



হলে কলিজাটো ক'ৰবাত খুলি থৈ আহিব লাগিব। বহুতে কয় যে এজনী উলঙ্গ তিৰোতা মানুহে তুপৰ নিশা সেই বাঁহনিডৰাৰ তলত ঘুৰি-মেলি ফুৰে। এবাৰ ইন্দ্ৰনাথহঁতৰ গাঁৱৰে দিগম্বৰ পণ্ডিতৰ মাজিউ লৰাটো মিতিৰ খাই উভতি আহিছিল। ৰাতি তেতিয়া দোভাগ। হাতত এডাল জোঁৰ-বন্তি। তৰাবাৰী-ঘাটৰ বাঁহনি ডৰা পোৱাৰ লগে লগে লৰাটোৱে বৰগীতৰ ৰাউচি জুৰি দি খৰখেদা খোজেৰে পাৰ হৈ আহিছিল। অমঙ্গলীয়া একো বস্তুৰে সাক্ষাৎ অৱশ্যে নঘটিল। মাথোন বাঁহনিৰ ওপৰৰপৰা কোনোবাই থু-থুৱাই দিয়া যেন লাগিছিল। পিছদিনা ৰাতিপুৱাই লৰাটোৰ তীব-কঁপে জ্বৰ উঠিল আৰু বেলি বুৰ যোৱাৰ আগে আগে চাৰিবাৰমান তেজ-বমি কৰি লৰাটো মৰি থাকিল। এনে ঘটনা আগে-পিছেও আৰু কেইবাবাৰো হৈছে। তৰাবাৰী-ঘাটৰ বাঁহনিডৰা জয়াল বুলি কোনোৱে নজনা নাই। ইন্দ্ৰনাথেও জানে।

ভালেমান সময় সেই বাঁহনিডৰালৈ চাই ৰ'ল ইন্দ্ৰনাথ। এই সাত বছৰ বাঁহনিডৰা সি দেখা নাই। অকল এই বাঁহনিয়ে নহয়, আৰু বহুত কিবা ইন্দ্ৰনাথে দেখা নাই। সপোনৰ দৰে ইন্দ্ৰনাথৰ মনত পৰি যায় সেইবোৰ দিন, সেইবোৰ কথা। মনত পৰি যায়—এই গাঁও সি সাত বছৰৰ বাবে যিদিনা এৰি থৈ যায়, সেইটো দিনৰ কথা। মনত পৰি যায়, সাত বছৰে কটোৱা সেই মৰ্মান্তিক নিষ্ঠুৰ জীৱন-যাত্ৰাৰ কথা। মনত পৰি যায়, তিল-তিলকৈ গঢ়ি তোলা তাৰ সুন্দৰ স্বপ্ন কেনেদৰে এদিন থানবান হৈ চুৰমাৰ হৈ পৰিছিল। আৰু বহুত কথা, বহুতো।

সেইটো এটা বেলেগ মানুহ ইন্দ্ৰনাথ।

সাত বছৰ আগৰ সেইটো এটা বেলেগ মানুহ—ইন্দ্ৰনাথ।

মনত আছে ইন্দ্ৰনাথৰ। সেইদিনা শনিবাৰ আছিল। সামান্য বৰষুণ পৰিছিল। পশ্চিম আকাশখন ছুই থকা ওখ তাল গছজোপাৰ

ওপৰেদি এচপৰা ক'লা ডাৱৰ জুম বান্ধি উৰি আহি স্থিৰ হৈ ৰৈছিল।

বাহিৰৰ চ'ৰা-ঘৰতে ইন্দ্ৰনাথ বহি আছিল। লগত আছিল আৰু দুজন। শ্ৰীকান্ত আৰু বনমালী। কাৰো মুখত কথা নাছিল। আচলতে প্ৰত্যেকেই কিবা একোটা কথা কব খুজিও, কি কব ভাবি পোৱা নাছিল। এনেতে চাৰিজন মানুহ ছাতি লৈ আহি বাহিৰৰ নঙলা-মুখতে ৰ'ল। মানুহ কেইজনে ইন্দ্ৰনাথৰ ঘৰৰ নঙলা-মুখৰ বাহিৰতে বৈ ইফাল-সিফাল চালে। অলপ পিছতে এজন দাৰোগা আৰু তিনিজন ৰঙা-টুপী পিন্ধা পুলিচে চাইকেল একোখন ঠেলি ঠেলি সেইখিনিতে ৰ'ল। ৰবলৈ হে পালে, বৰষুণতে তিতিবুৰি জাক পাতি শগুণৰ জাকৰ দৰে বহু মানুহ আহি গোট খালে। প্ৰত্যেকৰে চকু পুলিচ অফিচাৰজনৰ ওপৰত। ইন্দ্ৰনাথে নেদেখা নহয়, দেখিছিল। আৰু দেখি মুহূৰ্ত্তৰ ভিতৰতে ভাবিও পেলাইছিল, তেনেদৰে সেইবোৰ মানুহ অহাৰ কি কাৰণ হব পাৰে। বনমালী আৰু শ্ৰীকান্তই প্ৰমাদ গণিলে। পৰিস্থিতিটো গুৰুতৰ হোৱা বুলি সিহঁতে আন্দাজতে উমান পালে। গতিকে, ছেগ বুজি বনমালীয়ে ইন্দ্ৰনাথৰ গাত লাহেকৈ চিকুটি দি কলে, "তই পলা।"

ইন্দ্ৰনাথে যথেষ্ট ভয় খাই উঠিছিল। এনে কিবা এটা হব পাৰে বুলি সি এবাৰো ভবা নাছিল। অথচ এবাৰলৈ নভবা কথাটোৱে দেখা-দেখিকৈ চকুৰ আগত ঘটিবলৈ আয়োজন চলিছে। বনমালীয়ে একেকোবে দৰজাখন বন্ধ কৰি দি কলে, "তই বাৰীৰ পাছ-ফালেদি পলাই যা ইন্দ্ৰ। আমি কিবা এটা সাজি কম। যা বেগতে।"

ইন্দ্ৰনাথ নগ'ল। একেঠাইতে প্ৰাণহীন শিল এচপৰাৰ দৰে থিয় হৈ ৰ'ল। শ্ৰীকান্তই পকেটত থকা দুটকীয়া নোট এখন ইন্দ্ৰনাথৰ ওপৰৰ পকেটত সুমুৱাই দি আকৌ কলে, "বনমালীয়ে ঠিকেই কৈছে



ইন্দ্ৰ, তই পলাই যা চহৰলৈ। ইতিমধ্যে যি হয় আমি কৰিম। তই ভাবিব নালাগে।"

বাহিৰত বৰষুণ তেতিয়া সজোৰে পৰিছিল। এজন এজনকৈ মানুহবোৰ আহি চ'ৰা-ঘৰৰ বাৰাণ্ডাতে উঠিলহি। সিহঁতৰ ভৰিৰ শব্দ স্পষ্ট কাণত পৰিছে। কোনোবা এজনে কৈছিল, "দাৰোগা বাবু, কামফেৰা শেষ হলেই এই অধমৰ ঘৰতো পদধূলি দিয়ে যেন। মই অলপ জা-যোগাৰ কৰোঁগৈ। আপোনালোক ইয়াতে ৰওক।"

দেখা নোপোৱাকৈও ইন্দ্ৰনাথে মাত শুনিয়ে বুজিছিল সেইজন ৰসধৰ বুলি। ইন্দ্ৰনাথৰ হঠাৎ এক অবাধ্য খঙে দেহ-মন জোকাৰি তুলিলে। বাহিৰত হুলস্থুল কৰি বৈ থকা সেইবোৰ মানুহৰ আগত গৈ থিয় হোৱাৰ এক প্ৰচণ্ড আগ্ৰহ হ'ল ইন্দ্ৰনাথৰ। বাহিৰৰপৰা ইন্দ্ৰনাথৰ নাম ধৰি কেইবাবাৰো কোনোবাই চিঞৰিলে। শ্ৰীকান্তক চকুৰে ইঙ্গিত দি বনমালী সাৱধানে দুৱাৰখন খুলি বাহিৰ ওলাই আহিল।

দাৰোগাজনে সুধিলে, "এইটো ইন্দ্ৰনাথৰ ঘৰ নহয় নে?"

"হয়।", বনমালীয়ে উত্তৰ দিলে।

"তেওঁ ঘৰত আছে যদি অলপ মাতি দিয়ক।"

বনমালীয়ে কিবা এটা কোৱাৰ আগতে দৰজাখন খুলি ইন্দ্ৰনাথ ওলাই আহিল। বনমালীয়ে অবাক হৈ এবাৰ ইন্দ্ৰনাথৰ মুখলৈ চাই এটা কোণত নীৰৱে বৈ থাকিল।

ইন্দ্ৰনাথে ওলায়েই শ্ৰীকান্তক কলে, "বহিবলৈ কিবা আনি দে শ্ৰী।"

দাৰোগাজনে কলে, "আমি বহিবলৈ অহা নাই। তোমাৰ নামত ৱাৰেণ্ট আছে। থানালৈ ব'লা।"

'থানালৈ ব'লা' বুলি কোৱা কথাষাৰ শুনাৰ লগে লগে মৰা শত শগুণ পৰাৰ দৰে জাকপাতি গোটখোৱা মানুহবোৰ এজন এজনকৈ

বৰষুণৰ মাজেদিয়ে লাহে লাহে আঁতৰি পলাল। চিপাহী দুজন আগৰাঢ়ি আহিল। ইন্দ্ৰনাথে অলপ সময় কিবা ভাবিলে। তাৰপিছত জোৰেৰে স্বাভাৱিকভাৱে কলে, "ব'লক।"

যি দুই-এজন মানুহ আছিল, প্ৰত্যেকেই ইটোৱে সিটোৰ লগত ফুচ্ ফাচ্ কৈ কথা কোৱাত লাগি গ'ল। কোনোৱেবা ইন্দ্ৰনাথৰ সপক্ষে কলে, কোনোৱেবা বিপক্ষে মাত মাতিলে। ইমান সময় পৰিস্থিতিৰ গুৰুত্ব সকলোৱে উপলব্ধি কৰিলেও বাহিৰত কোনোৱে একো ধৰণৰ উত্তেজনাই প্ৰকাশ কৰা নাছিল। এইবাৰ আদহীয়া মানুহ এজন ভিতৰৰপৰা ওলাই আহি দাৰোগাৰ আগত থিয় দি চিঞৰি সুধিলে, "কি অপৰাধত আপুনি ইন্দ্ৰক থানালৈ নিব ওলাইছে?"

দাৰোগাজনে তেনে এটি অৱস্থাৰ সন্মুখীন হব লাগিব বুলি অকণো সাজু নাছিল। গতিকেই তেওঁ সুধিলে, "আপুনিয়েবা সুধিবৰ কোন?"

"মই ইন্দ্ৰৰ ককায়েক।" মানুহজনৰ কণ্ঠত এক দৃঢ় আত্ম-প্ৰত্যয়ৰ সুৰ।

দাৰোগাজনে খুলি লোৱা ৰেইন-কোটটো আকৌ পিন্ধি লৈ কলে, "অপৰাধ খুন কৰাৰ, মানুহ এজনক মৰিয়াই মৃত্যু ঘটোৱাৰ!"

"কিন্তু তাক নামাৰিবইবা কিয়? সি..."

ইন্দ্ৰনাথৰ ককায়েকৰ কথা সম্পূৰ্ণ কৰিবলৈ নিদিয়াকৈ দাৰোগাই কৈ উঠিল, "আপোনাৰ কিবা যদি কবলগীয়া আছে, থানালৈ আহক। ইয়াত নহয়।"

দাৰোগাই চকুৰে ইঙ্গিত দিয়াত চিপাহী দুজনে ইন্দ্ৰনাথৰ মুখলৈ চালে। এক বিনম্ৰ দৃষ্টিত ইন্দ্ৰনাথে পুলিচ চিপাহী দুজনক অনুসৰণ কৰিলে। বৰষুণ তেতিয়াও পৰি আছিল। দুশ-মিটাৰমান বাট যোৱাৰ পিছত শ্ৰীকান্ত দৌৰি আহি জাপি এটা ইন্দ্ৰনাথৰ মূৰত সুমুৱাই দিলে। থানালৈ ইয়াৰপৰা সাত কিলোমিটাৰৰ বাট।



ইন্দ্ৰনাথহঁত আঁতৰি যোৱাৰ পিছতে সেইখন ঘৰৰ ভিতৰত হাও-ৰাওকৈ কান্দোনৰ ৰোল উঠিল। ইন্দ্ৰৰ ককায়েক চন্দ্ৰনাথ মৰা মানুহৰ দৰে চ'ৰা-ঘৰৰ মজিয়াতে বহি পৰিল। চকুৰে নেদেখা বিচনাত পৰি থকা ইন্দ্ৰনাথৰ বুঢ়ীমাকে শোৱা-পাটীৰপৰাই চিঞৰি সুধিলে, "হয় নে চন্দ্ৰ, ইহঁতে ইন্দ্ৰক ক'লৈ নিছে? বোৱাৰীহঁতে কান্দিছে কিয়?"...

কোনোৱে উত্তৰ নিদিলে?

ইন্দ্ৰনাথে ভাবিলে, তাৰ কথাযাৰৰ মানুহজনে কিয় উত্তৰ নিদিলে? খোজ কাঢ়ি কাঢ়ি তৰাবাৰী-ঘাট পাৰ হৈ লেচুমূৰ গাঁও সোমোৱা তিনি আলিটোতে মধুক দেখা পাই ইন্দ্ৰনাথে চিঞৰি উঠিছিল, "আৰে, মধু দেখোন! তই ক'লৈ যাৱ? মোক চিনি পোৱা নাই? মই ইন্দ্ৰনাথ, ইন্দ্ৰনাথ।"

মধুৱে এবাৰ খুব ওচৰৰপৰা পোহাৰীৰ তাত মাছ চোৱাদি ইন্দ্ৰনাথৰ মুখলৈ চাই মূৰ জোকাৰি আঁতৰি গ'ল। ইন্দ্ৰনাথ বজ্ৰপাত পৰা মানুহৰ দৰে নিথৰ হৈ ৰ'ল। কিয় মধুৱে চিনি নাপালে? মধু দেখোন সিহঁতৰ ঘৰৰ ওচৰৰে। অথচ সেই মধুৱে আজি ইন্দ্ৰনাথৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি দপ্ দপাই গুচি গ'ল। যেন ইন্দ্ৰনাথৰ লগত কথা কোৱাটো এটা বৰ গৰ্হিত কাম। যেন ইন্দ্ৰনাথৰ অস্তিত্ব মধুৰ সহ্য হোৱা নাই। কিন্তু কিয়?

মনটো পানী পৰা আওঠাৰ দৰে নিঃসাৰ হৈ গ'ল ইন্দ্ৰনাথৰ। হওঁতে হয়, সি জেল-ফেৰত আচামী। আজি সাত বছৰে সি এটা বেলেগ জীৱন যাপন কৰি আহিছে। সেইটো জীৱনৰ মাজত আত্ম-প্ৰশস্তি নাই, আত্ম-গৰ্ব্বও নাই, আছে মাথোন কলঙ্ক আৰু অপবাদৰ বোজা। কিন্তু ইন্দ্ৰনাথে নিজ ইচ্ছাত সেই জীৱন বাছি লোৱা নাছিল। ইন্দ্ৰনাথ এনে কোনো দোষত দোষী নহয়, যাৰ বাবে মানুহে তাক ঘৃণা কৰিব।

লেচুমূৰ গাঁও তেতিয়া ইন্দ্ৰনাথে পাৰ হৈ আহিছিল। ইচ্ছা

থাকিলেও ইন্দ্ৰনাথে সেই গাঁৱৰ বাটৰ কাষতে পোৱা মিতিৰ মানুহ কেইঘৰত মাতষাৰ দিম বুলিও নিদিলে। অথচ আজি সাত বছৰ সেইবোৰ মানুহৰ সৈতে দেখা-সাক্ষাৎ হোৱা নাই। কাৰণ অকল মধুৱে নহয়, আৰু দুই-এজন চিনাকি মানুহক ইতিমধ্যে ইন্দ্ৰনাথে বাটত লগ পাই আহিছে। অথচ প্ৰত্যেকেই কিবা এক অবাক দৃষ্টিত তাৰ চকুলৈ চাই প্ৰথমতে হাঁহিৰ খুজিও নাহাঁহি গহীনাই পাৰ হৈ গুচি যায়। প্ৰত্যেকৰ চকুত এক সন্দেহৰ প্ৰতিচ্ছবি। যেন ইন্দ্ৰনাথ অহাটো কোনোৱে সহজভাৱে গ্ৰহণ কৰিব পৰা নাই।

কিন্তু কিয় ?

কি তাৰ অপৰাধ ?

অপৰাধ আছে। মানুহ এটাক ইন্দ্ৰনাথে মাৰি পেলাইছে। কথাটো ভাবি উঠাৰ লগে লগে ইন্দ্ৰনাথৰ চকু-মুখ অশান্ত হৈ উঠিল। পকেটৰপৰা বিৰি এটা উলিয়াই জ্বলাব খুজি দেখিলে জুই-শলা নাই। বিৰিটো মোহাৰি পেলাই দি ইন্দ্ৰনাথে ভাবিলে, পানী অলপ খোৱা যাওক। সন্ধিয়া হবলৈ তেতিয়াও ভালেমান পৰ আছে। কিছু দূৰৈত কেইঘৰমান মানুহ দেখা পোৱা গৈছিল। তালৈকে আগ বাঢ়ি গৈ ইন্দ্ৰনাথে পানী খুজি খালে। আৰু এঘটি পানী সি ইচ্ছা কৰিয়ে মূৰটোত ঢালি দিলে। তাৰপিছত আকৌ নিৰ্দিষ্ট বাটেৰে খোজ ললে ইন্দ্ৰনাথে।

আৰু কিমান দূৰ ?

অসহ্য লাগিছিল এই গতি। সাত বছৰে এই বাটেদি এখন প্ৰাইভেট বাচো চলিব পৰা নাই নে ?···ইন্দ্ৰনাথৰ মনত পৰিল বাচত উঠি যোৱা সেইটো দিনৰ কথা—ৰঙিয়াৰপৰা গুৱাহাটীলৈ এখন বাচত গৈছিল ইন্দ্ৰনাথ। লগত এজন চিপাহী। এজন অফিচাৰ। তাৰ এখন হাতত এপাট হেণ্ডকাফ্ লগোৱা। চিপাহীটোৰ হাতত সেই



হেণ্ডকাফ্‌ৰ ৰছীডাল। বাচৰ মানুহে এবোৰাৰ ইন্দ্ৰনাথৰ মুখলৈ আৰু একোবাৰ হাতত লাগি থকা হেণ্ডকাফ্‌পাটলৈ চাইছিল। প্ৰত্যেকৰ চকুতে কিবা এক পুতৌৰ ভাব। কোঁচ-মোচ খাই ইন্দ্ৰনাথ তলমূৰকৈ বহি ৰৈছিল। এটা সময়ত ইন্দ্ৰনাথহঁত গুৱাহাটী পাইছিল। কাচাৰী-ঘৰলৈ কেইবাদিনো আহ-যাহ কৰাৰ পিছত হাকিমে ৰায় দিছিল—'সাত বছৰ সশ্ৰম কাৰাদণ্ড।'

"হেৰ, এইটো ইন্দ্ৰনাথ নহয় জানো ?"

চমকি উঠিল ইন্দ্ৰনাথ। এজন আদহীয়া মানুহে এহাতে এটা দৈ-গাখীৰৰ টেকেলি লৈ ইন্দ্ৰনাথক প্ৰশ্ন কৰিছে। প্ৰথম দৃষ্টিত চিনি নাপালেও অলপ সময়ৰ পিছতেই চিনি পাই ইন্দ্ৰনাথে চিঞৰি উঠিল, "হয় মাষ্টৰবাবু, পিছে আপুনি···"

ইন্দ্ৰনাথৰ কথা শেষ কৰিবলৈ নিদিয়াকৈ মানুহজনে কৈ উঠিল, "কিন্তু তই আহিলি কেতিয়া ? তোৰ—"

ইন্দ্ৰনাথে কলে, "হয় মাষ্টৰবাবু। দিন মোৰ শেষ হৈ গৈছে। ডেৰমাহ আগতে মই ছুটী পালোঁ। কিন্তু আপুনি যায় ক'লৈ ?"

মানুহজনে দৈ-গাখীৰৰ টেকেলিটো ইহাতৰপৰা সিহাতলৈ আনি কলে, "দেখিছাই নহয়, মাজিউ ছোৱালীজনীৰ তাৰপৰা আহোঁ ! আজি দহ দিন হ'ল তাইৰ গা ভাল নহয়, সংসাৰ বাঢ়িবৰ হৈছে।" কথাষাৰ কৈয়ে মানুহজনে হন্‌হনাই খোজ ললে। ইন্দ্ৰনাথ অপ্ৰস্তুত হ'ল। গাঁৱৰ পোষ্ট-মাষ্টৰ, সিহঁতৰ বহুদিনৰ চিনাকি অথচ তেওঁ ইন্দ্ৰনাথক দেখি প্ৰথমতে যদি কিবা উৎসাহ অথবা আনন্দ পাইছিল, পিছলৈ যেন ভালেখিনি বিৰক্ত হৈয়ে আঁতৰি গৈছে। ইন্দ্ৰনাথে তেওঁকেই ঘৰৰ কথা সুধিব খুজিছিল। সুধিব খুজিছিল···

ইন্দ্ৰনাথৰ মনটো নানান চিন্তাত উদ্বাউল হৈ উঠিল। যি আশা আৰু আনন্দত সি জেলৰপৰা ওলাই ফেৰীত উঠিছিলহি, সেই আশা আৰু আনন্দ যেন প্ৰতি পদে পদে ব্যৰ্থতাৰ বেদনাৰে ম্লান হৈ গৈছে,

এনে লাগিল ইন্দ্ৰনাথৰ। হতাশ হৈ এক গভীৰ ক্লান্তিত ইন্দ্ৰনাথে দূৰলৈ চাই পঠিয়ালে।

আৰু কিমান দূৰ ?

বিজুলীৰ দৰে হঠাতে ইন্দ্ৰনাথৰ মগজুত খেলালে সেই আপদীয়া দিনটোৰ কথা। যিদিনা এটা মানুহক ইন্দ্ৰনাথে মাৰি পেলাইছিল। চব কথা মনত পৰিল ইন্দ্ৰনাথৰ।···সকলো কথা।

···এন্ধাৰ তেতিয়াও ভালদৰে হোৱাই নাই। নামঘৰৰ আগফালে সন্ধ্যা-আৰতিৰ বাবে যো-জা চলিছে মাত্ৰ। কামৰপৰা উভতি আহিছিল ইন্দ্ৰনাথ। কাম মানে, সিহঁতৰ গাঁৱৰপৰা ছয় কিলোমিটাৰ আঁতৰত বৰলীয়া নৈৰ পাৰে পাৰে এটা নতুনকৈ মথাউৰি বন্ধা কাম হৈছে। সেই কামৰ তদাৰক কৰে ইন্দ্ৰনাথে। মৌজাদাৰেই ঠিকাদাৰক কৈ-মেলি কামটোত সুমুৱাই দিছে। নিতৌ পুৱাতেই দুটা-চাইটা পেটত পেলাই যায়, সন্ধিয়া উভতি আহে। সেইদিনাও আহিছিল। ঘৰৰ সমুখ পাওঁতেই ইন্দ্ৰনাথে উমান পাইছিল ঘৰখনৰ কিবা এক নিমাওমাও ভাব। ককায়েক চাৰি দিন হ'ল চহৰলৈ কিবা কামত গৈছে। আজিকালিতে অহাৰ কথা। ঘৰত মানুহ বুলিবলৈ বৌৱেক, ভনীয়েক ভানুমতী আৰু ইন্দ্ৰনাথৰ ঘৈণীয়েক জেউতি। ঘৰখনত লৰা-ছোৱালী নাই। আজি চাৰি বছৰে ইন্দ্ৰনাথৰ বৌৱেকে কতনা ঔষধি-পাতি খালে, পূজা-পাতল দিলে, কিমান যে তাবিজ ডিঙিয়ে-হাতে আৰিলে ; ফল হলে একো হোৱা নাই। ইন্দ্ৰনাথে ছোৱালী আনিবৰ ছমাহ হৈছে হে মাখোন।

ঘৰৰ পিৰালিতে ছাগলী এজনী শুই আছিল। ইন্দ্ৰনাথক দেখি চিঞৰি দিলে।

বাহিৰৰ চ'ৰা-ঘৰটো এন্ধাৰ হৈয়ে আছিল। এন্ধাৰৰ মাজেদিয়ে ইন্দ্ৰনাথ ভিতৰ সোমাই গ'ল। দুবাৰমান চিঞৰিলে, "বৌ, অ' বৌ।"



কাৰো মাত-বোল নাই। ভিতৰ বাৰাণ্ডাতে কামিজটো খুলি এইবাৰ চিঞৰিলে ভনীয়েকৰ নাম ধৰি। কাৰো মাত নাই। বিৰক্তিত ইন্দ্ৰনাথ নিজৰ কোঠাটোলৈ সোমাই গ'ল। একোণত লেম্প এটা জ্বলাই থোৱা আছে। টেবুলখনৰ ওপৰৰপৰা মেকুৰী এটা জঁপ মাৰি নামি ইন্দ্ৰনাথৰ ভৰিৰ কাষেদিয়ে বাহিৰলৈ লৰ দিলে। লেম্পটো প্ৰয়োজনতকৈ বেছি জ্বলি আছিল, চিমনিটো ধোঁৱাৰে ক'লা হৈ গৈছে। ইন্দ্ৰনাথে লেম্পটোৰ ফিতাডাল অকণমান কমাই দিলে। বিৰক্তিৰে উভতিৰ খোজোঁতেই দেখা পালে ধীৰ খোজেৰে জেউতি সোমাই আহিছে। ইন্দ্ৰনাথে কলে, "মানুহ-দুনুহবোৰ মৰি আছিলা নেকি ? মাতষাৰ দিয়া মানুহো নোহোৱা হ'ল নে ?"

জেউতিয়ে একো নামাতিলে। কমাই থোৱা লেম্পটোৰ ফিতা-ডাল আকৌ অলপ বঢ়াই দি সুধিলে, "আজি দেখোন পলম হ'ল।"

উত্তৰ নিদিয়াকৈ ইন্দ্ৰনাথে সুধিলে, "বৌ ক'ত ?"

জেউতিয়ে কলে, "ভাত ৰান্ধিছে।"

ইন্দ্ৰনাথে বিৰি এটা জ্বলাই কলে, "ককাইটি আজিও বোধহয় নাহিব। ভানু ক'ত ?"

জেউতিয়ে কিবা এটা কব খুজি বৈ গ'ল। টপৰাই কলে, "তুমি হাত-ভৰি ধুই লোৱা। মই চাহ দিওঁ।"

জেউতি ওলাই গ'ল। ইন্দ্ৰনাথ বহাৰপৰা উঠি মাক শুই থকা কোঠালিটোলৈ গ'ল। এন্ধাৰৰ মাজেদিয়ে এবাৰমান মাতিলে। বোধহয় টোপনি আহিছিল। উভতি আহি আকৌ বিচনাত বহি ইন্দ্ৰনাথে চিঞৰিলে ভানুমতীক।

কাৰো মাত নাপালে। চাহ আৰু খোৱা জলপান লৈ বৌৱেক সোমাই আহিল। ইন্দ্ৰনাথে সুধিলে, "ভানু নাই নেকি বৌ ?"

জেউতিও লগে লগে সোমাই আহিছিল। পানীৰ ঘটীটো থৈ ওলাই যাব খোজোঁতে ইন্দ্ৰনাথে মাতিলে, "শুনা।"

জেউতি থমকি ৰ'ল। ইন্দ্ৰনাথে কলে, "মিছা নকবা, ভানু ঘৰত নাই নহয় ?"

জেউতিয়ে কিবা কোৱাৰ আগতে বৌৱেকে মাত দিলে, "ডাঙৰ বাপু, তুমি হৈ-চৈ নকৰিবা। আহিব, এতিয়া নিশ্চয় তাই উভতি আহিব।"

মুখলৈ তুলি লোৱা চাহৰ গিলাচটো নমাই থৈ ইন্দ্ৰনাথ থিয় হ'ল। এক অপ্ৰকাশৰ যন্ত্ৰণা আৰু বিদ্বেষে ইন্দ্ৰনাথক নিথৰ কৰি দিছিল। যিটো ভয় কৰিছিল সেইটোৱে হ'ল। কাকো একো নোকোৱাকৈ দপ্‌দপাই বাহিৰলৈ খোজ ললে ইন্দ্ৰনাথে। জেউতিয়ে ভয়ত বিবৰ্ণ হৈ দুৱাৰখন খামুচি ৰ'ল। কোনে জানে কি হয় ? কাৰণ ভানুমতীৰ ওপৰত এই খং ইন্দ্ৰনাথৰ আজিৰ নহয়। আজি বহুদিনৰ।...

এম-ভি স্কুললৈ পঢ়ি, বাধ্য হৈ স্কুল এৰিব লগা হয় ভানুমতীয়ে। ইন্দ্ৰনাথৰ বাপেক তেতিয়া জীয়াই আছিল। কোনোমতে ওচৰৰ গাওঁৰে চণ্ডী মহাজনৰ বৰ লৰাটোৰ লগত ভানুমতীৰ বিয়াৰ ঠিক-ঠাক কৰে। আজি হব কালি হব কৰি থাকোঁতেই বিয়া ভাঙি যায়। কাৰণ, কোনোবাই হেনো কলে—ছোৱালী ভাল নহয়। চণ্ডী মহাজনে পিছৰ ফাগুনতে পুতেকলৈ অইন ছোৱালী আনিলে।

ইতিমধ্যে ইন্দ্ৰনাথৰ বাপেকো ঢুকায়। ঘৰৰ সকলো বোজা দুই ভায়েকৰ ওপৰত পৰে। ইফালে ভানুমতীৰ বয়সো দিনে দিনে বাঢ়ি গ'ল। তাতেই আকৌ গাওঁৰ কথা, ঢৌটোকে ৰৌটো কৰি নানান জনে নানান কথা উলিয়ালে। পিছলৈ এনে এটা অৱস্থা হ'ল যে ভানুমতী ইন্দ্ৰনাথহঁতৰ বাবে এটা সমস্যা হৈয়ে ৰৈ গ'ল।

অৱশ্যে ভানুমতীৰ গাতো দোষ আছে। জীয়াৰী ছোৱালী বুলিলে যিকণ লাজ-মান থাকিব লাগিছিল, সি ভানুমতীৰ গাত সমূলি নাছিল। লৰা মানুহৰ দৰে য'তে পায় তাতে লেপেটীয়াই ফুৰে।



অইন ছোৱালীয়ে কৰিব নোখোজা, কৰিব নিদিয়া কামকে তাই কৰিব আৰু চুবুৰিয়ে চুবুৰিয়ে দিনটো কথাৰ মহলা মাৰি ঘুৰি ফুৰিব। বৌৱেক-ককায়েকহঁতে কতনা বুজালে, তাই সেইবোৰ নামানে। কোনোবাই কিবা কলেই কয়, 'বৰ যদি মবমৰ কোৰ মোৰ বিয়াখন পাতি নিদিয়ে কিয় ?'

কথাষাৰ ইন্দ্ৰনাথহঁতেও অনুভৱ নকৰা নহয়, কৰিছিল। কিন্তু উপায় নাছিল। কিন্তু দিনে দিনে ভানুমতীৰ স্বভাৱ আৰু কাৰ্য্য-কলাপ এনে উদণ্ড প্ৰকৃতিৰ হৈ গৈছিল যে দুয়ো ভায়েকে এক জটিল সমস্যাৰ সম্মুখীন হৈছিল। এনে অৱস্থাত ইন্দ্ৰনাথে গুৱাহাটীৰ অফিচ এটাত টাইপিষ্টৰ কাম কৰা লৰা এজনৰ যোগেদি এজন লৰাৰ খবৰ পায়। গুৱাহাটীতে থাকে। প্ৰেছত চাকৰি কৰে। কোনোমতে খাই-মেলি চলিবপৰা জোখৰ সংসাৰ। ইন্দ্ৰনাথে প্ৰস্তাৱ দিলে, লৰাটোও সন্মত হ'ল। ঠিক হ'ল যে বিয়া অহা বছৰৰ বহাগৰ আগ-ভাগতে হব। অলপ দীঘলীয়া দিন হলে ইন্দ্ৰনাথহঁতৰো ভাল হয় জা-যোগাৰ কৰিবলৈ। মাজতে লৰাটো আহি এদিন ভানুমতীক চাই-মেলি গৈছে। পচন্দ হোৱা বুলি কোৱাত উশাহ লৈছিল আটায়ে।

এনে এটা অৱস্থাতো ভানুমতীৰ আগৰ স্বভাৱৰ পৰিৱৰ্ত্তন নহ'ল। আগৰ দৰেই দিনটো ইঘৰ-সিঘৰকৈ টলৌ-টলৌ কৰি ঘুৰি ফুৰে, কথাৰ মহলা মাৰে আৰু যেতিয়াই খুচি তেতিয়াই ঘৰ সোমায়, ওলাই যায়। চন্দ্ৰনাথ খেতিবাতি লৈয়ে ব্যস্ত থাকে, গতিকে ঘৰৰ খা-খবৰো নাৰাখে। ইন্দ্ৰনাথকে অলপ মাত্ৰ সমীহ কৰি চলে ভানুমতীয়ে।

আটাইতকৈ ডাঙৰ ভয়ৰ কথা হৈছে আজি প্ৰায় পোন্ধৰ-বিশ দিনমান হ'ল, ভানুমতীৰ এটা কথা শুনিছে ইন্দ্ৰনাথে। আৰু কথাটো শুনি ইন্দ্ৰনাথ এক অজান আশঙ্কাত শিয়ৰি উঠিছে। কথাটো হ'ল গাওঁৰে যতীন নামৰ লৰা এটাৰ সৈতে হেনো ভানুৰ বৰ হলি-গলি।

কোনো-কোনোৱে কয়—ভানুই হেনো পানী-জোকে লাগি ধৰাদি যতীনৰ গাত লাগি ধৰিছে। পুৱা-গধূলি সময় বুজি বসধৰহঁতৰ ঘৰত হেনো তুয়ো লগ ধৰে। বহু মানুহৰে কথাটো কাণত পৰিছে। সকলোৱে ছিঃ ছিঃ বুলি নাক কোঁচাইছে। জেউতিৰ মুখৰপৰা কথাষাৰ ইন্দ্ৰনাথেও কেইবাদিনো শুনি, এদিন ভানুমতীক মাতি আনি কায়দা কৰি সাৱধানো কৰি দিছিল। কিন্তু কথা নুশুনিলে ভানুমতীয়ে। সেয়ে হে আজি যেতিয়া তেতিয়ালৈকে ভানু অহা নাই বুলি ইন্দ্ৰনাথে গম পালে, তেতিয়া আৰু ধৈৰ্য্যৰ সীমা ইন্দ্ৰনাথৰ পাৰ হৈ গৈছিল। শুদা গাৰেই হনহনাই খোজ দিছিল ইন্দ্ৰনাথে। দুয়োপাৰি দাঁত কট্‌কটীয়াকৈ কামুৰি ধৰিছিল মূৰটোৰ ভিতৰত এক অসহ্য যন্ত্ৰণাই উকমুকলি দিছিল। জেউতিয়ে ভয়ত কান্দি দিছিল। ইন্দ্ৰনাথৰ মাকে টোপনিৰপৰা সাৰ পাই সুধিছিল, "কি কৈছে ? কি হৈছে তহঁতৰ···?"

ইন্দ্ৰনাথৰ স্পষ্ট মনত আছে—সেইদিনা ৰাতিৰ কথা। ঘৰ যেতিয়া সোমাইছিল ইন্দ্ৰনাথ, জেউতিয়ে দেখি আতঙ্কত চিঞৰি উঠিছিল···পিন্ধা ধুতীখন তেজেৰে ৰাঙলী, মূৰটোৰ এফালেদি তেজ হো-হোৱাই ওলাইছিল···। কোনোমতে পানী এগিলাচ খাই অচেতন হৈ পৰিছিল ইন্দ্ৰনাথ। আৰু এন্ধাৰ বাৰাণ্ডাৰ এটা কোণত হাও-ৰাওকৈ কান্দি আছিল ভানুমতী···ওচৰত জেউতি, বৌৱেক।

ৰাতিয়ে পুলিচত খবৰ দিয়া হৈছিল। ৰাতিপুৱা আহি ইন্দ্ৰনাথক ধৰি লৈ গৈছিল পুলিচে···বহুতেই সাক্ষী দিছিল, "হয় দাৰোগা চাহেব ইন্দ্ৰনাথেই প্ৰথমে গৈ যতীনক ঘোচিয়াইছিল। তাৰ পিছত যতীনে বাধা দিবৰ চেষ্টা কৰোঁতে হাতৰ ওচৰতে পোৱা কাচি এখনেৰে ঘপিয়াইছিল···"

এজনে কলে, "মই গৈ পাওঁতে ইন্দ্ৰনাথৰ হাতত কাচিখন আছিল আৰু তেজেৰে তুমুৰলি দিয়া যতীনৰ শৰীৰটো মাটিত পৰি আছিল···"



আন এজন কলে, "......"

আৰু এজনে, "......"

ভানুমতীয়ে কলে, "......"

আৰু কিমান দূৰ ?

ইন্দ্ৰনাথে দেখিলে দূৰৈত নামঘৰৰ ওখ মণিকুটটো দেখা গৈছে। আৰু নাই। আৰু বেছি দূৰ নাই, এয়া জগদীশ দোকানীৰ দোকান। সোমাবলৈ খুজিও নোসোমাল ইন্দ্ৰনাথ। কাইলৈতো দেখা হবই। সৌটো স্কুলঘৰ, আগৰ দৰেই আছে। সাত বছৰে ৰেৰকেইখনো হৈ উঠা নাই নে ? অ' এইটো হবলা পানীকল বহুৱাইছে। এইখিনিতে থকা পুখুৰীটো মৰি গ'ল নেকি ? সৌৱা গাঁওবুঢ়াৰ ঘৰ। সৌজনী কোনে তুলসী তলত চাকি লগাইছে ? জোনাকী নেকি ? নহয়, নহয়। জোনাকী এতিয়া মানে চাগৈ চাৰি-পাঁচোটা লৰা-ছোৱালীৰ মাক হ'লগৈ। সেইজনী নিশ্চয় বন্তি। আও ইমানজনী হ'ল নে ? ইন্দ্ৰনাথৰ দীঘল খোজবোৰ আৰু বেছি দীঘলীয়া হৈ পৰিল···আজি সাত বছৰে এইটো দিনৰ স্বপ্ন দেখিছে ইন্দ্ৰনাথে। জেলত থকা সময়ত প্ৰথম কেইদিনমান ঘৰৰ খা-খবৰ সঘনাই পাইছিল ইন্দ্ৰনাথে। পিছলৈ কোনো নোযোৱা হ'ল। মানে যোৱাটো সহজ নহয়। মাজে মাজে মাথোন ককায়েক যায়। কথা বিশেষ নহয়। টোপোলা এটা দি আহে। বিহুৰ সময়ত প্ৰত্যেকবাৰ জেউতিয়ে গামোচা দিয়ে। আৰু বৌৱেকে দিয়ে কেইটামান কৰ্দৈ! কৰ্দৈ ইন্দ্ৰনাথে বৰ ভাল পাইছিল। প্ৰত্যেকৰে মুখ ভাহি উঠিল ইন্দ্ৰনাথৰ মনৰ চকুত···

আৰু কিমান দূৰ ?

এন্ধাৰ তেতিয়া বাৰুকৈয়ে হৈছে। নঙলা-মুখত থিয় হৈ ইন্দ্ৰনাথে নিজৰ চিনাকি ঘৰটোলৈ অবাক চকুৰে চালে। ঘৰৰ আগৰ শেৱালি-জোপা এই সাত বছৰে বৰ ডাঙৰ হ'ল। সৌখন খিৰিকীৰ মুখত, সেইটো কিহৰ টোপোলা ? ঘৰখন ইমান নীৰৱ কিয় ?

ইন্দ্ৰনাথ ধীৰ খোজেৰে চ'ৰা-ঘৰ পালেহি। বাহিৰৰ দৰজাখন বন্ধ। ইন্দ্ৰনাথে চিঞৰিলে, "বৌ।"

কাৰো মাত নাই, আৰু দুৱাৰমান চিঞৰাত চাকি এটা হাতত লৈ চন্দ্ৰনাথ ওলাই আহিল। আনন্দতে চিঞৰ মাৰি ককায়েকক সাবটি ধৰিলে ইন্দ্ৰই। চিঞৰ-বাখৰ লগাই চন্দ্ৰনাথে হুলস্থুল লগালে, "হেৰ ইন্দ্ৰ আহিছে, ইন্দ্ৰ।"

ওচৰ-পাঁজৰৰ দুই-এজনো দৌৰি দৌৰি আহিল। বৌৱেকক দেখা পাই সেৱা এটা কৰিলে ইন্দ্ৰনাথে। তাৰ পিছত ধীৰ খোজেৰে ভিতৰলৈ আগবাঢ়িল ইন্দ্ৰনাথ। বৌৱেকে কান্দি দিয়া বাবে ইন্দ্ৰনাথে কলে, "মই অহাত আকৌ তুমি কান্দিছা কিয় বৌ?"

বৌৱেকে উত্তৰ নিদি, আঁচলেৰে চকুপানী মচি ভিতৰ সোমাই গ'ল। ইন্দ্ৰনাথে কেইবাবাৰো সুধিব বুলিও নোসোধা প্ৰশ্নটোকে সুধিলে, "মা মৰাৰ খবৰটো মোক ইমান পলমকৈ কিয় দিলা?" আৱেগত মাতটো ভৰি আহিছিল ইন্দ্ৰনাথৰ। মাক শোৱা কোঠালি-টোৰ শূন্য বিচনাৰ ওচৰত ইন্দ্ৰনাথে বোবা মানুহৰ দৰে কিছু সময় বহি ৰ'ল। তাৰ পিছত নিজৰ কোঠালিত সোমাল ইন্দ্ৰনাথ। সাত বছৰত বহুত পৰিৱৰ্ত্তন হৈছে। ঘৰৰ ইমান জীৰ্ণ ৰূপ কিয়? কিয়? উভতি চাব খোজোঁতেই দেখিলে গোসানী খোজেৰে সোমাই আহিছে জেউতি। এক মুহূৰ্ত্ত দুয়ো শিল এচপৰাৰ দৰে নিৰ্ব্বাক হৈ ৰ'ল। তাৰ পিছ মুহূৰ্ত্ততে দৌৰি আহি ইন্দ্ৰনাথৰ বুকুৰ মাজত মূৰ সুমুৱাই কান্দি উঠিল জেউতি।

দেহৰ সমস্ত শক্তিৰে জেউতিৰ দেহাটো দুহাতেৰে সাবটি লৈ ইন্দ্ৰনাথে কলে, "তুমি আকৌ কিয় কান্দিছা?"

জেউতিয়ে উত্তৰ নিদিলে। সৰু লৰা-ছোৱালীয়ে অচিনাকি মানুহৰ মুখৰ ফালে চাই ৰোৱাৰ দৰে জেউতিয়ে ইন্দ্ৰনাথৰ মুখলৈ চাই কলে, "তুমি ইমান খীণাইছা।"



ইন্দ্ৰনাথে সামান্য হাঁহি কলে, "তুমি শকত হৈছা?"

জেউতিয়ে ওচৰ চাপি কলে, "হোৱা নাই, হম।"

বাহিৰত বৌৱেকৰ মাত শুনি জেউতি আঁতৰি গ'ল। ইন্দ্ৰনাথে হাতভৰি ধুই উঠি আকৌ বিচনাত বহিলহি। জেউতি সোমাই আহিল। ইন্দ্ৰনাথে সুধিলে, "ভানুমতী ক'ত?"

জেউতিয়ে উত্তৰ নিদিলে। ইন্দ্ৰনাথে আকৌ অলপ চিঞৰি সুধিলে, "ভানুমতী ক'ত জেউতি?"

বৌৱেকে খোৱা জলপান লৈ সোমাই আহিল। ইন্দ্ৰনাথে সুধিলে, "ভানু ক'ত বৌ?"

জেউতিৰ মুখলৈ চাই বৌৱেকে তলমূৰ কৰিলে। এক অজান আশঙ্কাত ইন্দ্ৰনাথৰ হৃৎপিণ্ড কঁপি উঠিল। কি হ'ল ভানুমতীৰ!

ইন্দ্ৰনাথে চিঞৰি কিবা এটা কব খোজোঁতেই হাতত পানীৰ গিলাচ এটা লৈ সৰু ছোৱালী এজনী সোমাই আহিল। অবাক হৈ ইন্দ্ৰনাথে এবাৰ জেউতিৰ, এবাৰ বৌৱেকৰ মুখলৈ চাওঁতেই ইন্দ্ৰনাথে দেখিলে দুৱাৰখনৰ ওচৰত এটি ছায়া। জেউতিয়ে কলে, "সোমাই আহা।"

সোমাই নাহিল। ইন্দ্ৰনাথ বহাৰপৰা উঠি গ'ল। বিস্ময়ত হতবাক হৈ গ'ল ইন্দ্ৰনাথ, যেন ইন্দ্ৰনাথৰ চকুৰ দৃষ্টি কোনো এক অদৃশ্য হাতে আজুৰি লৈ গৈছে। দুৱাৰৰ ওচৰত থিয় হৈ আছে ভানুমতী, দেহত শুধ বগা কাপোৰ।

ইন্দ্ৰনাথৰ ওচৰ চাপোতে এক অসহ্য কান্দোনত 'দাদা' বুলি ভানুমতীয়ে ইন্দ্ৰনাথক সাবটি ধৰিলে। ইন্দ্ৰনাথৰো চকুত পানী আহিছিল। অস্ফুট স্বৰেৰে মাথোন কলে, "এয়া তোৰ কি হ'ল ভানু?"

জেউতীয়ে ছোৱালীজনীৰ হাতত ধৰি বৈ আছিল। ইন্দ্ৰনাথে এবাৰ এহাতেৰে তাইক আজুৰি আনি বুকুত সাবটি ধৰিছিল। ভয়ত

তাই চিঞৰি 'মা' বুলি গৈ ভানুমতীৰ ওচৰ চাপিছিল। ভানুমতী ধীৰ খোজেৰে আঁতৰি গৈছিল। পিছে পিছে ছোৱালীজনী।

এটা সময়ত এজন এজনকৈ আটাইবোৰ নোহোৱা হ'ল। এক অসহ্য আত্মগ্লানি আৰু অনুশোচনাত দগ্ধ হৈ এক কাপুৰুষৰ দৰে বহি ৰ'ল মাথোন ইন্দ্ৰনাথ। সকলোবোৰ যেন তাৰ ভুল হৈ গৈছে। যেন এটা ভুল ঘৰত অবাঞ্ছিতভাবে ইন্দ্ৰনাথ নামৰ এই নতুন মানুহটো আহি সোমাইছে। এই ঘৰ ভুল, এই গাওঁ ভুল, ভুল এই জেউতি, ভুল এই ভানুমতী···

ধূপ এডাল জ্বলাই লৈ জেউতি সোমাই আহিছিল। কোঠালিটোৰ একোণত থকা শ্ৰীকৃষ্ণৰ ছবিখনৰ ওচৰত ধূপডাল লগাই দি সেৱা এটা কৰিলে জেউতিয়ে। ইন্দ্ৰনাথে নিৰ্ব্বাক হৈ চাই ৰ'ল। জেউতিয়ে সুধিলে, "কি ভাবিছা?"

ইন্দ্ৰনাথে কোনো ভূমিকা নকৰাকৈ সুধিলে, "ভানুমতীৰ এনে অৱস্থা কিয় হ'ল?"

জেউতিয়ে কলে, "তুমি যোৱাৰ পিছত গোটেই গাঁৱতে হুলস্থূল লাগে। বাইজে আমাক এঘৰীয়া কৰি থৈছে। হলেও ভয়ৰ কাৰণ নাছিল, কিন্তু ডাঙৰ সমস্যা হ'ল ভানুমতীক লৈ। কাৰণ যতীনৰ ফালৰপৰা তাইৰ দেহ আগতেই ছুৱা গৈছিল। আঠ মাহ পিছতেই ছোৱালীজনী হয়। আমি একো কোৱা নাছিলোঁ, তাই নিজেই তেনে সাজ-পাৰ লৈছে। সদায় কয়, তুমি নহালে হেনো তাইৰ জীৱনত শান্তি নাহে।"

জেউতি থমকি ৰৈছিল।

ইন্দ্ৰনাথৰ নিজকে সেই মুহূৰ্ত্তত নিঃশেষ কৰি দিয়াৰ এক দুৰ্ব্বাৰ হেপাহ হৈছিল। অকল যতীনকেই ইন্দ্ৰনাথে মৃত্যু ঘটোৱা নাই আৰু এজনী ছোৱালীৰ ভাগ্যক চূৰমাৰ কৰি দিছে ইন্দ্ৰনাথে। নিজৰ ভনীয়েকক স্বেচ্ছাৰে পিন্ধাইছে বিধৱাৰ সাজ!



সেই মুহূৰ্ত্তত ইন্দ্ৰনাথে ভাবিছিল—কিয় সি উভতি আহিছিল? কি প্ৰয়োজন আছিল এই অতৃপ্ত জীৱনৰ মাজত সোমাবলৈ? তাতকৈ জেলতে ভাল আছিল; য'ত মুক্ত বতাহ নাই, আকাশ নাই, জীৱন নাই; য'ত মাথোন এন্ধাৰ, এন্ধাৰ আৰু এন্ধাৰ!

প্ৰথমতে মোৰ চকুত পৰাই নাছিল। নিয়মিতভাৱে অফিচলৈ গৈ নিজৰ নিৰ্দ্দিষ্ট টেবুলত বহি গতানুগতিকভাৱে কাম কৰি যোৱা আৰু তাৰ মাজতে যিকণ অৱসৰ পাওঁ, সেই সময়কণ কিবা এখন বাহিৰা কিতাপ পঢ়ি কটাই দিয়াই কাম। অফিচ-ঘড়ীত পাঁচ বাজিবলৈ নৌপাওঁতেই অন্যান্য অফিচ-কৰ্ম্মীৰ ঘৰাভিমুখী যি শোভাযাত্ৰা আৰম্ভ হৈ যায়, মই নিজেও তাৰ ব্যতিক্ৰম নহয়।

বিৰাট হল ঘৰটোৰ এটা কোণত মোৰ টেবুলখন। তাৰপৰা অফিচটোৰ প্ৰায় আটাইকেউটা দিশ দেখা যায়। পাৰ্টিচন দি ঢকা মেনেজাৰৰ ৰুমটো মোৰ ঠিক পোনে পোনে।

আমি প্ৰায় আশীজনমান মানুহে কাম কৰোঁ। প্ৰত্যেকেই যে কাম কৰোঁ এইষাৰ কথা কোৱা অৱশ্যে টান, কাৰণ অফিচলৈ অহা আৰু এটা নিৰ্দিষ্ট সময়ত ওলাই যোৱাৰ মাজৰ সময়খিনিত অফিচৰ কোনো কামেই নহবও পাৰে! কাৰণ জীৱনৰ সকলো ক্ষেত্ৰতে ফাকি দিবলৈ শিকাৰ দৰে কাম-কাজৰ মাজত ফাকি নেথাকিব কিয়?

প্ৰথমে মোৰ চকুত পৰাই নাছিল। একাউণ্টচ্ ব্ৰাঞ্চৰ দীপকে আহি মোৰ টেবুলৰ ওচৰত বহি কাগজ এখিলা লৈ ৰঙীণ পেন্সিলডালেৰে লিখিলে, "ডেচপাট্চ ব্ৰাঞ্চৰ হাজৰিকাৰ চকীৰ ওচৰলৈ চাচোন।"

মই প্ৰথমে ঠিক বুজিব পৰা নাছিলোঁ। দীপক আৰু মই আগেয়ে একে ব্ৰাঞ্চতে আছিলোঁ।

দীপকৰ কথা মতে মই চাই পঠিয়াইছিলোঁ।

চোৱাত কিছু অসুবিধা হৈছিল। দুটা পীলাৰ আৰু প্ৰায় চাৰিখন ৰেক্‌ৰ কাযেদি তীব্ৰ দৃষ্টি হানি মই যিটো উদ্ধাৰ কৰিলোঁ, সেইটো



হ'ল—ডেচ্‌পাটচ্ ব্ৰাঞ্চৰ হাজৰিকাৰ চকীৰ কাষত আৰু এখন চকীত এগৰাকী মাইকী মানুহ।

দীপকৰ চকুলৈ চোৱাৰ লগে লগে কলে, "আজি প্ৰথম আহিছে।" তাৰ চকুত দুষ্টালিৰ হাঁহি।

দীপক তেনেকুৱাই। ছোৱালীৰ প্ৰতি তাৰ ভীষণ দুৰ্ব্বলতা। সদায় পিন্ধা-উৰাত ফিট্‌ফাট, চিকুণ সাজ-পাৰ, জুখি জুখি খোজ কাঢ়ে আৰু আহিয়ে অফিচত কাম কৰা বাকী চাৰিজনী ছোৱালীৰ স'তে এবাৰ এবাৰ কথা পাতি নিজৰ টেবুলত বহাৰ আগতে, ৰুমালেৰে দহবাৰমান টেবুল-চকী জোকাৰি তাৰ পিছত হে খুব সাৱধানে বহে। অৱশ্যে মনটো তাৰ ভাল, কোনো অসংযত আচৰণ বা ব্যৱহাৰৰ দ্বাৰা সি নিজকে কেতিয়াও প্ৰকাশ নকৰে।

দীপক উঠি গুচি গৈছিল।

কথাটোত বিশেষ গুৰুত্ব দিবলগীয়া একো নাছিল। কিন্তু কেইদিনমান আগতে ডেচ্‌পাট্চ ব্ৰাঞ্চত এটা চাকৰি খালী হোৱা বুলি জানি দীপকে তাৰেই সম্পৰ্কীয় কোনোবা এজনক দৰখাস্ত এখন দিবলৈ কৈছিল বুলি মই জানো। সম্ভৱতঃ সেইটো পোষ্টতে সেই মানুহজনী সোমাইছে।

মই বিশেষ আৰু মন কৰা নাছিলোঁ।

টিফিন পিৰিয়ডত দীপক আকৌ মোৰ টেবুললৈ আহিল। আহিয়ে কলে, "এইটো অন্যায়।"

মই সুধিলোঁ, "কি?"

"এজনী মেট্ৰিক ফেল ছোৱালীক এই চাকৰিটো দিলে, অথচ মোৰ ইণ্টাৰেষ্টৰ এপ্লিকেণ্টজন আছিল বি-এ ফেল।"

হাঁহি কলোঁ, "কথাটোতো একেটাই—ফেল হে, পাচ নহয়।"

দীপকে উত্তেজনাত টেবুলতে জোৰেৰে ভুকু এটা মাৰি কলে, "নাই, এইবোৰ অন্যায়, ফেভাৰেটিজিম্।"

মই একো নকলোঁ। দীপকৰ ভুকুৰ কোবত টেবুলত সিচৰতি হৈ উফৰি পৰা আলপিনবোৰ আকৌ নিৰ্দ্দিষ্ট ঠাইত গোটাই থলোঁ। মই বুজিছিলোঁ, দীপক সামান্য ক্ষুণ্ণ হৈছিল। কাৰণ চাকৰিটো তাৰ আগ্ৰহৰ এপ্লিকেন্টজনে পাব বুলি সি নিশ্চিত আছিল।

দীপকে 'কিবা এটা কৰিব লাগিব' এনে ভাবত মোৰ টেবুলৰপৰা উঠি গুচি গৈছিল।

ইতিমধ্যে কেইদিনমান পাৰ হৈ গৈছিল।

অফিচৰ নিৰ্দ্দিষ্ট কামৰ মাজত একেদৰেই সোমাই আছিলোঁ। বছৰৰ শেষ বাবে কিছু কামৰ ভিৰো বাঢ়িছিল।

ইয়াৰ ভিতৰত অফিচলৈ অহা ডেচ্‌পাট্‌চ ব্ৰাঞ্চৰ সেইজনী নতুন ছোৱালীৰ বিষয়ে দীপকে ভালেখিনি কথা সংগ্ৰহ কৰি আনিছিল। কোনো আৱশ্যক নহলেও মোক আকৌ সেইবোৰ সি ফুচ্‌ফুচাই কৈ গৈছিল।

মানুহজনীৰ নাম অৰুণিমা কাকতী। বিৱাহিতা। থাকে চান্দমাৰীৰ নিজৰা-পাৰৰ ফালে। গিৰিয়েকে কি কৰে, ক'ত থাকে জনা নেযায়, কিন্তু মানুহজনীৰ চাল-চলন, ব্যৱহাৰ-প্ৰীতি যথেষ্ট সন্দেহজনক। দীপকৰ মতে অৰুণিমা কাকতীৰ মাজত এটা গভীৰ ৰহস্য আছে। চাৰ্লক হোমচৰ ভঙ্গিত চকু দুটা সৰু কৰি দীপকে মোক কয় যে এদিন সি এই ৰহস্য উদ্ধাৰ কৰিবই।

প্ৰায় পোন্ধৰ দিনমান মই মানুহজনীক মতা নাছিলোঁ। মানে মাতিবৰ তেনেদৰে প্ৰয়োজনো হোৱা নাছিল। তাতেই আকৌ দীপকৰ মুখত ইটোসিটো কথা শুনি শুনি মোৰো মনটো অৰুণিমা কাকতীৰ প্ৰতি এটি বিৰূপ ভাৱেৰে ভৰি পৰিছিল। কিন্তু মই লক্ষ্য কৰিছিলোঁ যে অৰুণিমা কাকতীক দীপকে হয়তো যি ধৰণে বিচাৰ কৰিছে সেইটো ভুল ; কাৰণ কোনো প্ৰয়োজন নহলেও অৰুণিমা কাকতীক ময়ো আলেঙে আলেঙে লক্ষ্য কৰিছিলোঁ।



সদায় অফিচলৈ ঠিক সময়ত আহি হেণ্ডবেগটো থৈ নিজৰ নিৰ্দ্দিষ্ট চকীত বহি কিছুসময় নীৰৱ হৈ থাকে। তাৰ পিছত উঠি গৈ হয়তো ফেনখনৰ স্পীডটো অকমান বঢ়াই দি আকৌ বহি অফিচটোৰ চাৰিওফালে এবাৰ চকু দি নিজৰ কামত মনোযোগ দিয়ে।

মোৰ চকুৱে চকুৱে কেইবাদিনো পৰিছে, মই তলমূৰ কৰাৰ আগতে অৰুণিমা কাকতীয়ে নিজৰ দৃষ্টি নমাই আনিছিল। সঁচা কথা কবলৈ গলে কোনো কথা নোহোৱাকৈয়ে অৰুণিমা কাকতীৰ বিনম্ৰ ভঙ্গি আৰু শান্ত ৰূপে মোক মুগ্ধ কৰিছিল।

দীপকৰ মতামত কিন্তু ওলোটা। অৰুণিমা কাকতী অহঙ্কাৰী, আত্মকেন্দ্ৰিক আৰু কঠুৱা। অফিচৰ আন চাৰিগৰাকী মহিলা-কৰ্ম্মীৰ মাজত যেনে এটা সহজ ভাব আছে সেইটো অৰুণিমা কাকতীৰ নাই। দীপকৰ মতে—"মানিলোঁ অৰুণিমা কাকতী বিৱাহিতা। আমাৰ লতিকা বৰুৱাওতো বিৱাহিতা, কিন্তু মিচেচ বৰুৱাই কি সুন্দৰভাৱে ফ্ৰিলি আমাৰ স'তে মিক্স কৰে, হাঁহে, স্ফূৰ্ত্তি কৰে। ৰাবিচ্‌।"

মই একো মন্তব্য নিদিওঁ।

দীপকে কয়, "আমাৰ কথা বাদেই—বনানীয়ে কৈছে, সেইদিনা হেনো মিচেচ কাকতীক তাহাঁতে ধৰিলে যে এইবাৰ দৰমহা পোৱাৰ দিনা এটা টি-পাৰ্টি দিব লাগিব ; তাৰ উত্তৰ কি দিছে জান ?"

মোৰ মুখলৈ চাই সুধিছিল দীপকে।

দীপকে কৈছিল, "উত্তৰ দিছিল যে—'অফিচত আকৌ কিহৰ চাহ, ঘৰত হলে বেলেগ কথা।' এতিয়া কোন যায় পাহাৰ বগাই চাহ আৰু কলোনীৰ বজাৰৰ বিস্কুট খাবলৈ।"

মই বুজিছিলোঁ, দীপকে অৰুণিমা কাকতীৰ কোনো কথাকেই সহজভাৱে লব নোৱাৰিছিল।

কিন্তু সহজভাৱে লব নোৱাৰাতেই শেষ হোৱাহেঁতেন ভাল আছিল। দীপক আৰু এখোজ আগবাঢ়িল।

প্ৰকাশ্যে অৰুণিমা কাকতীক নানান ইঙ্গিতপূৰ্ণ কথাৰে থকা-সৰকা কৰিবলৈ আৰম্ভ কৰিলে। আৰু দীপকৰ এইবোৰ তৰল কথাত সমানে ভাগ ললে বনানী কোঁৱৰ নামৰ সেই তজবজীয়া ছোৱালী-জনীয়ে। অফিচৰ ভিতৰত দীপকক কেন্দ্ৰ কৰি অৰুণিমা কাকতী নামৰ সেইজনী মানুহৰ বিৰুদ্ধে দস্তুৰমত এটা সৰু কাহিনী তৈয়াৰ হ'ল। নানান হাঁহি, নানান ইঙ্গিতপূৰ্ণ মন্তব্য আৰু কথাৰ ছলেৰে অৰুণিমা কাকতীক ধৰাশায়ী কৰাৰ চেষ্টা চলিল।

মই নিজে এইবোৰৰপৰা বিৰত আছিলোঁ। কিন্তু বিপদ হৈছিল দীপকক লৈ। সি মোৰ বন্ধু। একেলগে কেইবাবছৰো কাম কৰিছোঁ, গতিকে তাক এইবোৰ কামৰপৰা বিৰত কৰিবলৈ কৰা চেষ্টা যেতিয়া বিফলে গ'ল, তেতিয়া মই বিবুদ্ধিত পৰিছিলোঁ।

সবাতোকৈ ডাঙৰ কথা হৈছিল যে অৰুণিমা কাকতীক মোৰ অকণো বেয়া লগা নাছিল। অফিচ চুপাৰিনটেণ্ডেণ্ট আহমদৰ মতেও মানুহজনী কাম-কাজত ভাল। তাৰোপৰি মাৰ্জ্জিত ব্যৱহাৰ আৰু সংযত আচৰণে মোক মুগ্ধ কৰিছিলে।

উপযাচি মই কথা কম কম বুলি ভাবি থাকোঁতেই এদিন অৰুণিমা কাকতী নিজে মোৰ ওচৰলৈ আহিল। আৰু যিটো কথা লৈ আহিল, মই সেইটোলৈয়ে বেছি ভয় কৰি আছিলোঁ।

সেইদিনা মই অফিচলৈ কিছু সোনকালে আহিছিলোঁ। পেণ্ডিং কাম কিছু আছে, সেইখিনি আজিৰ ভিতৰতে আপ-টু-ডেট কৰিবই লাগিব।

অফিচত আন আৰু কোনো নাছিল।

মৃদু শব্দ কৰি ফেনখন চলি আছিল। অফিচ বয়টোৱে টেবুল-চকীবোৰ চাফ কৰি ওলাই গৈছে মাত্ৰ। এনেতে খট্ খট্ এটা শব্দ শুনি মই মূৰ তুলি চালোঁ।

অৰুণিমা কাকতী।



ঘড়ীটোলৈ চাই দেখিলোঁ ন বাজিছে মাত্ৰ। ইমান সোনকালে অফিচলৈ কিয়?

কালৈকো লক্ষ্য নকৰি অৰুণিমা কাকতী চুপাৰিনটেণ্ডেণ্টৰ মেজৰ ওচৰলৈ গ'ল। বেগটো খুলি কাগজ এখন উলিয়াই জাপ জাপ কাগজৰ ওপৰতে খুব সাৱধানে কাগজখন মেলি পেপাৰ প্ৰেচাৰটো আকৌ থৈ মূৰ তোলোঁতেই মোৰ স'তে চকুৱে চকুৱে পৰিল।

অনাৱশ্যকভাৱে মই অলপ গহীন গৈ চিগাৰেট এটা জ্বলালোঁ। হঠাৎ গম পালোঁ খট্ খট্ শব্দটো মোৰ ফাললৈয়ে আহিছে। মূৰ তুলি চালোঁ।

নমস্কাৰ দিলে অৰুণিমা কাকতীয়ে।

মই প্ৰতি-নমস্কাৰ জনাই সুধিলোঁ, "কি হ'ল মিচেচ কাকতী, বৰ সোনকালে আহিছে দেখোন?"

সৰু কমালখনেৰে ভাগৰত যথেষ্ট ঘামি পৰা মুখখন মচি অৰুণিমা কাকতীয়ে কলে, "আজি মই অফিচলৈ আহিব নোৱাৰিম। ছুটীৰ দৰখাস্তখন চুপাৰিনটেণ্ডেণ্টৰ টেবুলতে থৈ গলোঁ।"

মই কলোঁ, "ইমান কষ্ট নকৰি কাৰোবাৰ হাতত দৰখাস্তখন পঠিয়াই দিয়াহেঁতেনো হয়।"

অলপ জোৰেৰে উশাহ লৈ অৰুণিমা কাকতীয়ে কলে, "পঠিয়াবলৈ আৰু কোনো মানুহ নাই।" কিন্তু কথাষাৰ কৈয়ে অলপ যেন সচেতন হ'ল অৰুণিমা কাকতী, তেনে লাগিল মোৰ।

মই ভাবিছিলোঁ, অৰুণিমা কাকতীয়ে সেইষাৰ কথাকে কবলৈ মোৰ ওচৰলৈ আহিছেঃ কিন্তু কথাষাৰ কৈ উঠিও অৰুণিমা কাকতী নোযোৱাত মই সুধিলোঁ, "আপুনি কিবা কব নেকি মিচেচ কাকতী?"

কৈছিল।

অৰুণিমা কাকতীয়ে কৈছিল। যিটো কথা মই আটাইতকৈ ভয়

কৰি আছিলোঁ, সেই কথাকে কৈছিল। মোক সুধিছিল, "দীপক দত্ত আপোনাৰ বন্ধু!"

মই কৈছিলোঁ, "হয়। কিয় সুধিছে?"

এক মুহূৰ্ত্ত থমকি ৰৈছিল অৰুণিমা কাকতী। তাৰ পিছত ধীৰ কণ্ঠেৰে কৈছিল, "আপোনাৰ আগত আৰু কি লুকুৱাম? তেখেতে মোক লৈ অফিচৰ ভিতৰত এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰিছে, যিটো মোৰ দৰে মাইকী মানুহ এজনীৰ পক্ষে সহ্য কৰাটো যথেষ্ট কষ্টকৰ। অনুগ্ৰহকৈ আপুনি যদি তেখেতক অলপ বুজাই কয় মোৰ বৰ উপকাৰ কৰা হয়।"

অৰুণিমা কাকতীৰ কণ্ঠত এনে এটা আন্তৰিকতাৰ সুৰ নিহিত আছিল যে মই দীপক সম্পৰ্কীয় গোটেই ঘটনাটো নজনাৰ ভাও জোৰাৰ সাহসেই নেপালোঁ। তদুপৰি নিজে যেতিয়া উপযাচি কৈছে, আৰু মোৰ বন্ধু বুলি জানিয়ে কৈছে, তেতিয়া স্বাভাৱিকতে ভাও জোৰাৰ প্ৰশ্নও নুঠে।

মই সান্ত্বনাৰ সুৰত কলোঁ, "সি লৰাটো অলপ তেনেকুৱাই। আপুনি তাৰ কথা চিৰিয়াচলি নলব মিচেচ কাকতী। মই বাৰু তাক কম, কিন্তু প্ৰতিশ্ৰুতি আপোনাক মই একো দিব নোৱাৰোঁ।"

কিয় জানো, শেষৰ বাক্যটো ইচ্ছা কৰিয়ে মই কৈ পেলালোঁ। মই জানো দীপকৰ কথা, বন্ধু হ'ল বুলিয়ে মই যি কওঁ তাকেই যে মানিব তাৰেই বা নিশ্চয়তা ক'ত? তাতেই এয়া দীপকৰ ব্যক্তিগত ভাল লগা-নলগাৰ কথা।

আঁতৰি গৈছিল অৰুণিমা কাকতী।

যিটো উত্তেজনা আৰু আগ্ৰহত মই কাম কৰিম বুলি ভাবি আহিছিলোঁ, তাত যেন ভালেখিনি যতি পৰিল। মনটো এনেয়ে গধুৰ হৈ গ'ল। দীপকৰ ওপৰত খং উঠিল। কি দৰকাৰ সামান্য এটা কথাকে লৈ এনেদৰে এজনী মাইকী মানুহক আঘাত দিয়াৰ?



সেই দিনাই মই দীপকক পাকে-প্ৰকাৰে কথাটো কলোঁ। সি প্ৰথমে শুনিয়ে কৈ উঠিছিল, "তই প্ৰেমত পৰিছ নেকি?"

মই অলপ বিৰক্ত হৈছিলোঁ। কিন্তু মোৰ বিৰক্তি প্ৰকাশ নকৰিলোঁ। স্বাভাৱিকভাৱেই মই তাক কথাটো কৈছিলোঁ যদিও মই জানিছিলোঁ, মোৰ কথাৰ কোনো মূল্যই দীপকে নিদিয়ে। কাৰণ তাৰ স্বভাৱেই তেনেকুৱা, সি যিটো ভাবি লব, সেয়াই সঁচা, বাকী চব মিছা।

পিছ দিনা অৰুণিমা কাকতী অফিচলৈ আহিছিল, তাৰ পিছ দিনাও। তাৰ পিছ দিনাও।

আগৰ দৰেই আহি বহে। বেগটো থয়। ফেনখনলৈ চায়। কিন্তু আগেয়ে নকৰা কাম এটা কৰিবলৈ ললে!

সেয়া হৈছে, যেতিয়াই তেতিয়াই অৰুণিমা কাকতীয়ে মোৰ ফালে চাই পঠিয়ায়। চকুৱে চকুৱে পৰিলে হাঁহে। সেই হাঁহিৰ মাজত কোনো অৰ্থ নেথাকিলেও, নিহিত আছে সহজ আন্তৰিকতাৰ নিভাঁজ সুৰ।

মই বুজিছিলোঁ। মনটো দেখোন ভালেখিনি পাতল পাতল লাগিছিল।

তাৰ পিছত অৰুণিমা কাকতীয়ে মোৰ স'তে কথা-বতৰা পাতিছিল, মই পঢ়া বাহিৰা কিতাপখন টিফিন পিৰিয়ডত পঢ়িবলৈ খুজি নিছিল, ছুটীৰ আগে আগে অফিচ বয়টোৰ হাতত আকৌ কিতাপখন পঠিয়াই দিছিল। এবাৰ মই কৈছিলোঁ, "আপুনি এইখন ঘৰলৈ লৈ যাওক, পঢ়ি পিছত ওভোতাই দিব।"

অৰুণিমা কাকতীয়ে কৈছিল, "নাই থক, ঘৰত আৰু ক'ত পঢ়া হয়? ইয়াতে পঢ়িম।"

এনেদৰেই সহজ সম্পৰ্ক এটা গঢ়ি উঠিছিল।

বেয়া লগা মনটোৰ গধুৰ গধুৰ ভাববোৰ বৰষুণৰ টোপাল সৰা দি সৰি পৰিছিল। মনটো যথেষ্ট পাতল লাগিছিল।

আৰু বেছি পাতল লাগিছিল যেতিয়া অৰুণিমা কাকতীয়ে নিজেই মোক এদিন কলে যে দীপকে হেনো আজিকালি তেওঁক আৰু একো নকয়। বনানী কোঁৱৰো হেনো ভাল হৈ গৈছে।

মোৰ কথাত দীপকে যে ইমান মূল্য দিব ভবাই নাছিলোঁ।

অফিচৰপৰা ওলাওঁতে আমি একেলগে ওলাওঁ। অফিচ-গেটৰ ওচৰৰ অৰুণিমা কাকতী, অফিচৰ ভিতৰত অৰুণিমা কাকতীৰ স'তে ভালেখিনি প্ৰভেদ। কেইবাদিনো মই মন কৰিছোঁ, বাহিৰলৈ ওলাইয়ে অৰুণিমা কাকতীয়ে ইফালে-সিফালে চাই বৰ সন্ত্ৰস্ত হৈ পৰে। মূৰৰ ওৰণিখন টানি খুব ব্যস্তভাৱে ৰিক্সা এখনত উঠি বা খোজকাঢ়িয়ে যায়গৈ।

মই কেইবাদিনো আৰু এটা কথা লক্ষ্য কৰিছিলোঁ।

কেতিয়াবা যদি ৰিক্সা আদি নোপোৱাৰ বাবে ৰৈ থাকিবলগীয়াও হয়, তেতিয়াও অৰুণিমা কাকতীয়ে বৰ অস্বস্তি পাইছিল। ব্যৱহাৰ-পাতিতো তেতিয়া এটা বৰ বেছি গহীন গহীন ভাব। যিটো মোৰ বাবে অৰ্থহীন যেন লাগিছিল।

তথাপিও অৰুণিমা কাকতীক মোৰ ভাল লাগিছিল।

ঠিক কিয় ভাল লাগিছিল, মই বুজাব নোৱাৰিম। দীপকে কৈছিল, "তোৰ দৰে মানুহ এটাৰ মাজত হঠাতে ইমান চেন্টিমেন্টৰ উদ্গীৰণ হ'ল ক'ৰপৰা।"

মই জানিছিলোঁ, দীপকে ব্যঙ্গ কৰিছিল।

কৈছিলোঁ, "চেন্টিমেন্ট কাৰো উত্তৰাধিকাৰ সূত্ৰে পোৱা পৈত্ৰিক সম্পত্তি নহয়।"

দীপকে হাঁহিছিল। কৈছিল, "কবিতা লিখা আৰম্ভ কৰি দে।"

তীক্ষ্ণভাৱে বিন্ধিছিল দীপকৰ কথাবোৰ। কিন্তু মই তৰ্ক কৰাৰপৰা বিৰত আছিলোঁ।

এনেতে সৰু এটা ঘটনাই মোক অবাক কৰি দিলে। অফিচ



ছুটীৰ পিছত সাধাৰণতে মই অৰুণিমা কাকতীৰ স'তে ওলাওঁ। অন্ততঃ পিছলৈ সেইটো এটা মোৰ অভ্যাসৰ নিচিনা হৈ গৈছিল। হয়তো মোৰ নিজস্ব মনৰ ফালৰপৰা মই অহৈতুকভাৱে সামান্য দুৰ্ব্বল হৈ পৰিছিলোঁ। কিন্তু কেইদিনমান মই একেৰাহে মন কৰিলোঁ যে অৰুণিমা কাকতীয়ে অন্ততঃ অফিচ ছুটীৰ প্ৰায় কুৰি মিনিটমান আগতে ওলাই যায়। প্ৰথমে সন্দেহ হোৱা নাছিল, পিছলৈ হ'ল। মনে মনে ভাবিলোঁ, হয়তো মই লগ ধৰা কথাটো অৰুণিমা কাকতীয়ে ভাল পোৱা নাই।

নিজকে মোৰ দোষী দোষী লাগিল।

কি দৰকাৰ বিৱাহিতা এজনী ছোৱালীৰ প্ৰতি এনে কোমল হৈ নিজৰ মনটোক কষ্ট দিয়াৰ? অথচ অফিচৰ ভিতৰত অৰুণিমা কাকতীয়ে আগৰদৰেই মোৰ স'তে হাঁহি-মাতি কথা-বতৰা পাতি থাকিল। আগৰ দৰেই অফিচত সোমায়ে মোৰ টেবুললৈ চাই চাই মুখ টিপি হাঁহিলে। আগৰ দৰেই টিফিন পিৰিয়ডত মোৰ পৰা কিতাপ-আলোচনী নি নি পঢ়িলে অৰুণিমা কাকতীয়ে।

মনে মনে স্থিৰ কৰিলোঁ যে অৰুণিমা কাকতীৰ বিষয়ে নেভাবোঁ। যেনেদৰে নেভাবোঁ অফিচৰে বনানী কোঁৱৰ বা লতিকা বৰুৱাৰ কথা।

কিন্তু! কিন্তু ভাবিবলৈ বাধ্য হলোঁ।

কাৰণ হঠাতে এদিন দেখিলোঁ যে অৰুণিমা কাকতী অফিচলৈ অহা নাই। এদিন নহাহেঁতেন একো কথা নাছিল, কিন্তু সাত-আঠ দিন একেৰাহে যেতিয়া নাহিল, তেতিয়া স্বাভাৱিকতে সন্দেহ হ'ল।

দীপকক কথাষাৰ কওঁতে সি কলে, "মই আগতে জানো এনেকুৱা কিবা এটা হব বুলি।"

"কেনেকুৱা?" মই সুধিলোঁ।

"এই যে হঠাতে অন্তৰ্দ্ধান!"

দীপকৰ কথাৰ সুৰত প্ৰচণ্ড ব্যঙ্গ নিহিত আছিল।

অফিচৰ আহমদৰপৰা গম পালোঁ যে কোনো দৰখাস্ত আদি নিদিয়াকৈ অৰুণিমা কাকতী অফিচলৈ অহা নাই।

হয়তো অসুখ-বিসুখ!

মনটো সেমেকি আহিল। আৰু প্ৰায় বাৰদিনমান যেতিয়া একেবাহে অফিচলৈ নাহিল, এদিন সন্ধিয়া বিচাৰি যোৱাটোকে স্থিৰ কৰিলোঁ অৰুণিমা কাকতীক। প্ৰথমতে ভাবিছিলোঁ দীপককো লগত লৈ যাম, পিছত কিবা এটা ভাবি অকলে যোৱাটোকে স্থিৰ কৰিলোঁ।

কলোনীৰ বজাৰৰ মাজেদি আগবাঢ়িছিলোঁ।

পাহাৰৰ ওপৰত শাৰী শাৰী ঘৰ। জ্বলি থকা লাইটবোৰেৰে বৰ সুন্দৰ লাগিছিল।

অৰুণিমা কাকতীৰ ঘৰবা আকৌ কোনখিনিত! মইতো একো সোধা নাই। দীপকৰ মুখতে যি গম পাইছিলোঁ।

নিজৰা-পাৰলৈ যোৱা বাটটোত উঠি মানুহজ ক সুধিলোঁ, কব নোৱাৰিলে। ওচৰৰে সৰু বিবিধ বস্তুৰ দোকান এখনৰ দোকানীটোক সুধিলোঁ, অৰুণিমা কাকতীৰ মোটামুটি শাৰীৰিক পৰিচয় এটা দিলোঁ। দোকানীয়ে বুজিলে। হাঁহি কলে, "আপুনি এই পাহাৰৰ বাটটোৰে গৈ থাকক, একেবাৰে মূৰৰ ঘৰটো।"

মূল আলিবাটৰপৰা ভিতৰলৈ সোমোৱা বাট। এই ছোৱাত লাইট নাই। ওখ-চাপৰ পাহাৰীয়া কেঁচা আলিয়েদি গৈ গৈ মূৰৰ ঘৰ পালোঁ।

সাধাৰণ খেৰী ঘৰ। সম্ভৱতঃ ভাৰা-ঘৰ। সমুখতে এখন ফুলনি। ক'ৰবাত গধুলি-গোপাল ফুলিছে, বৰ সুন্দৰ গোন্ধাইছিল।

দুৱাৰখন বন্ধ আছিল।

শব্দ কৰাত কোনোবাই ভিতৰৰপৰা কলে, "ভিতৰলৈ আহক।"

সোমাই গলোঁ মই। দুৱাৰখনৰ অদ্ভুত কেৰ্‌কেৰ্‌কৈ শব্দ এটা হ'ল।



ভিতৰত আৰ্মচেয়াৰ এখনত এজন মানুহে হ্যাৰিকেনৰ পোহৰত বাতৰি কাকত পঢ়ি আছে। অচিনাকি মুখ।

মোক সুধিলে, "কাক বিচাৰিছে আপুনি?"

মই অৰুণিমা কাকতীৰ নাম কলোঁ।

আউজি থকা অৱস্থাৰপৰা মানুহজন অলপ সমুখলৈ আহি মোৰ মুখলৈ চাই সুধিলে, "আপুনি বাৰু ব্ৰজেন দাস নেকি?"

মই আচৰিত হলোঁ। মোৰ নাম জানিলে কেনেকৈ?

মানুহজনে ব্যস্ত হৈ "বহক, বহক দাস" বুলি বেতৰ চোফাখনলৈ দেখুৱাই দিলে। মই বহি সুধিলোঁ, "আপুনি মোৰ নাম জানিলে কেনেকৈ?"

পুনৰ আউজি চচমাযোৰ খুলি মানুহজনে কলে, "আন্দাজতে।"

মোৰ হাঁহি উঠিল। কি কয় মানুহজনে?

মোৰ ফাললৈ মেকুৰীয়ে মাছলৈ ঘোপা চকুৰেদি চোৱাৰ দৰে চাই কলে, "বহুত কথা আজিকালি আন্দাজতে ধৰিবলগীয়া হয় দাস।"

মই অলপ অপ্ৰস্তুত হৈছিলোঁ। ইতিমধ্যে কোঠালিটোলৈ চকু দি মই ধৰিব নোৱাৰিলোঁ ইয়াত অৰুণিমা কাকতী থাকে নে নাই। সাধাৰণভাৱে সজোৱা এটা কোঠালি। বেৰত নেহৰু আৰু শাস্ত্ৰীৰ এখন যুগ্ম ছবি। চাবোনৰ এখন কেলেণ্ডাৰ। টেবুলৰ মাজতে এটা এচট্ৰে'।

সমগ্ৰ পৰিৱেশটো মোৰ সহজ লগা নাছিল। এনেতে পোন্ধৰ-যোল বছৰীয়া লৰা এটাই একেদৰেই দুৱাৰখন খুলি মোৰ মুখলৈ চাই আগবাঢ়িব খুজি আকৌ থমকি ৰৈ অবাক হৈ মোলৈ চাই থকা দেখি মানুহজনে কৈ উঠিল, "তই ভিতৰলৈ যা।"

লৰাজন ভিতৰলৈ সোমাই গ'ল। মানুহজনে কলে, "ই মোৰ ভতিজা লৰা। ইয়াতে থাকি পঢ়ে।"

মই সামান্য হাঁহিলোঁ।

মানুহজনলৈ চাই মই এইবাৰ সুধিলোঁ, "আপোনাক পিছে মই চিনি পোৱা নাই!"

বিকটভাৱে মুখৰ এটা ভঙ্গি কৰি চকীখনতে অকমান কাতি হৈ মানুহজনে কলে, "মই কাকতী।"

অনুমান মোৰ ভুল নাছিল। কিন্তু···

মই এনেয়ে কলোঁ, "মিচেচ কাকতীয়ে আপোনাৰ কথা কৈয়ে থাকে।"

"কি কয়?" কাকতীয়ে তীব্ৰ ভাষাত সুধিলে।

মই প্ৰকৃততে এনেয়ে কবলৈ একো নাই বাবে কৈছিলোঁ, গতিকে মনে মনে সাজি দুই-এটা কথা কলোঁ। কাকতী সন্তুষ্ট হ'ল নে নাই নেজানো।

হঠাতে সুধিলে কাকতীয়ে, "আপুনি আহিল কিয়?"

মই কলোঁ, "মিচেচ কাকতী আজি কেইবাদিনো অফিচলৈ যোৱা নাই, ভাবিলোঁ খবৰ এটাকে লৈ যাওঁ।"

মানুহজনে একো নেমাতিলে। মই অলপ আহত হলোঁ। যি উদ্বিগ্নতাত মই খা-খবৰ কৰিবলৈ আহিছিলোঁ, সেয়া ক্ৰমাত যেন নোহোৱা হৈ গ'ল।

এনেতে পৰ্দ্দা ঠেলি সোমাই আহিল অৰুণিমা কাকতী।

নমস্কাৰ দিলে!

গিৰিয়েকলৈ চাই কলে, "এখেতে আমাৰ অফিচতে কাম কৰে।"

মই পৰিস্থিতিটো সহজ কৰিবলৈ কলোঁ, "চিনাকি হৈছোঁৱেই।"

কাকতীয়ে হাঁহিলে। মোৰ হাঁহিটো ভাল নেলাগিল। অৰুণিমা কাকতী "বহক" বুলি সোমাই গ'ল।

মই কাকতীলৈ চাই সুধিলোঁ, "আপোনাৰ বাৰু কিবা অসুখ নেকি?"

আৰ্মচেয়াৰৰপৰা অলপ পোন হৈ বহি কলে, "হয়, অসুখ ডাঙৰেই।"



মই সুধিলোঁ, "কি?"

কাকীতয়ে কলে, "কেন্সাৰ। পেটত। খাব নোৱাৰোঁ।"

শিয়ৰি উঠিলোঁ মই। কলোঁ, "চিকিৎসা···"

কাকতীয়ে কলে, "বহুত পলম হৈ গৈছে। এতিয়া একো উপায় নাই দাস। যি খাওঁ সেয়াও নৰয়।"

মনটো মোৰ বেয়া লাগিল। বাৰে বাৰে অৰুণিমা কাকতীৰ মুখখন মনত পৰিল।

চাহ আৰু এখন পিৰিচত কিছু খোৱা জলপান লৈ সোমাই আহিছিল অৰুণিমা কাকতী। যতনাই দি কলে, "খাওক।"

খাইছিলোঁ। কথা আৰু বিশেষ নহ'ল। কিয় জানো, মোৰ মনটোৱে এই গোটেই ঘটনাটোকে সহজভাৱে লব পৰা নাছিল। কিছু সময়ৰ পিছত মই বিদায় লৈ আহিব খুজিছিলোঁ। অৰুণিমা কাকতীয়ে খালী কাপ-পিৰিচ-খিনি লৈ ভিতৰলৈ গৈছিল।

কাকতীয়ে কলে, "আপুনি আহি থাকিব, দাস। অকলশৰে পৰি থাকোঁ। কথা-বতৰা পাতি ভাল লাগিব।"

হাঁহি "আহিম" বুলি কলোঁ।

অৰুণিমা কাকতীও ওলাই আহিছিল।

কাকতীয়ে কলে, "তুমি অলপ টৰ্চটো দেখুৱাই দিয়া, বাটটো যিহে এন্ধাৰ।"

মই "নেলাগে" বুলি কৈছিলোঁ। পিছে টৰ্চ লৈ মোৰ স'তে ওলাই আহিছিল অৰুণিমা কাকতী।

মোৰ ভাব হৈছিল মই যেন শূন্যতে খোজকাঢ়ি আহিছোঁ।

অৰুণিমাই সুধিলে, "কাকতীয়ে আপোনাক কি বুলি কৈছে?"

মই কলোঁ, "আহি থাকিবলৈ কৈছে মাজে-সময়ে।"

যথেষ্ট দৃঢ় মাতেৰে অৰুণিমা কাকতীয়ে কৈছিল, "আপুনি কেতিয়াও নাহিব।"

মই চমকি উঠিছিলোঁ। কি কয় অৰুণিমা কাকতীয়ে ?

"কিন্তু কিয় ?"

অৰুণিমা কাকতীয়ে কৈছিল, "তেখেতক দেখিলেই, আজি চাৰি বছৰ হ'ল, চিকিৎসাৰ বাহিৰত। সংসাৰ নচলে বাবে মই চাকৰিটো লৈছিলোঁ কিন্তু···"

থমকি ৰৈছিল অৰুণিমা কাকতী। কৈছিল, "চাকৰিতো শান্তি নাই। কাকতীৰ মোৰ ওপৰত ভীষণ সন্দেহ। গতিকেই ভাতজা লৰাটোক অফিচ ছুটীৰ পিছত লুকাই-চুৰকৈ চাবলৈ পঠিয়াই দিয়ে মই ক'লৈ যাওঁ, কাৰ স'তে যাওঁ। মই গম পাই আছিলোঁ, মনে মনে সহ্যও কৰিছিলোঁ,···কিন্তু কিমান দিন ? ময়ো মানুহ হে।"

মই বুজিছিলোঁ, অৰুণিমা কাকতীৰ মাত কান্দোনেৰে ভৰি আহিছে।

সুধিব নুখুজিও মই সুধিলোঁ, "কিন্তু আপুনি চলিব কেনেকৈ ?"

সামান্য হাঁহি কৈছিল অৰুণিমা কাকতীয়ে, "তেখেত দেহৰ বেমাৰত পঙ্গু মই মনৰ। দুয়োটাৰে সমান কষ্ট।"

মই আৰু একো সোধা নাছিলোঁ।

লুঙলুঙীয়া বাটটো এৰি ডাঙৰ বাটটো পালোঁহি। মই নমস্কাৰ দি বিদায় ললোঁ। অৰুণিমা কাকতীয়েও। এন্ধাৰত মই অৰুণিমা কাকতীৰ মুখখন নেদেখিলোঁ। বোধহয় নেদেখাই ভাল হ'ল। চকুপানী মোৰ এনেয়ে সহ্য নহয়।

পাছলৈ উভতি চালোঁ।

এন্ধাৰৰ মাজত ছায়ামূৰ্ত্তি এটাৰ দৰে লাগিছে অৰুণিমা কাকতীক। আহোঁতেও টৰ্চটো নজ্বলালে। এতিয়াও জ্বলোৱা নাই।





কথাটো শুনি সকলোৱে চমকি উঠিল।

আৰু সকলোতকৈ বেছি চমকি উঠি যি বিস্ময়ত বোবা হৈ গ'ল সেয়া আন কোনো নহয়—মন্দিৰা। নিজেও যেন শুনা কথাষাৰ বিশ্বাস নকৰিব, অলপ আগতে কৈ থৈ যোৱা সেই কথাৰ প্ৰতিটো শব্দই যেন মন্দিৰাৰ কাণত এতিয়াও ৰৈ ৰৈ বাজি আছে। এয়া কেনেকৈ সম্ভৱ হব পাৰে ? কেনেকৈ সকলো কথা বুজি এজন মানুহে স্বেচ্ছাই এনেকৈ এই কামৰ বাবে আগবাঢ়িব পাৰে ? কোনে জানে হয়তো ভাগ্যই আকৌ এক নতুন সিদ্ধান্তেৰে মন্দিৰাৰ বাবে অপেক্ষা কৰি আছে।

কিন্তু কথাটো সঁচা। আৰু সঁচা বাবেই মন্দিৰাই ভয় খাইছে বেছি। কোনো দিনে নভবা, যিটো হয়তো সম্ভৱ নহয় বুলিয়ে ধৰি লৈ মন্দিৰাই ইমান দিনে নিশ্চিন্ত আছিল, আজি সেই কথাই যেন ধীৰে ধীৰে পূৰ্ণ পৰিণতিৰ ফালে আগবাঢ়ি গৈছে, আৰু মন্দিৰাই সেই পৰিণতিৰ অপেক্ষাত মৃত্যুৰ বাবে ৰৈ থকা দণ্ডিত আচামীৰ দৰে কৰুণ-বিহ্বল চাৱনিৰে যেন অপেক্ষা কৰি আছে।

বিচনাখনত শুই শুই মন্দিৰাই ভাবিছিল। অলপ পিছতে মাক যশোমতী সোমাই আহি তেতিয়াও বিচনাত তেনেদৰে জীয়েকক শুই থকা দেখি অলপ বিৰক্তি আৰু বিতৃষ্ণাৰেই কৈছিল, "তই উঠি চাহৰ যোগাৰ কৰ, সন্ধিয়া হবৰ হ'ল। ৰজত অলপ পিছতেই আহি ওলাব।"

শেষৰ বাক্যটো মাকৰ মুখত শুনাৰ লগে লগে মন্দিৰাৰ সৰ্ব্বশৰীৰ এক অনাহক অজান আশঙ্কাত কঁপি উঠিল, যেন এক বিযাক্ত সাপৰ

বিষ-ক্রিয়াই ভুকু-ভুকুভাৱে শৰীৰৰ আঁহে-আঁহে সঞ্চিত বিষৰ কণিকা মেলি দিছে, যাৰ প্ৰতিক্ৰিয়াই ভয়াবহ ৰূপত আত্ম-প্ৰকাশৰ বাবে বাট বিচাৰি উদ্‌ভ্ৰান্ত হৈ পৰিছে। মন্দিৰাই মাকলৈ ঘূৰি চালে, বাকচ এটা খুলি কিবা বিচাৰিছে, বিচৰা বস্তুটো বিচাৰি নেপাই মুখৰ ভিতৰতে ভোৰভোৰাই আকৌ বিচৰাত মনোযোগ দিছে। বিচনাৰ যিখিনি ঠাইত মন্দিৰা বহি আছিল, তাৰপৰা মাকৰ মুখৰ ভাব-ভঙ্গি স্পষ্টকৈ দেখা পায়। মন্দিৰাই বহা ঠাইৰপৰাই মাকৰ মুখলৈ চালে। বয়সে মানুহজনীক কিছু দুৰ্ব্বল কৰিছে। অভাৱে হয়তো কিছু ম্লান কৰি তুলিছে। কিন্তু মুখৰ সৌন্দৰ্য্য এতিয়াও অক্ষত আছে। বছৰৰ পিছত বছৰ অভাৱ-অনাটনৰ দুৰ্ব্বিসহ যন্ত্ৰণায়ো মানুহজনীক কোনো ফালৰপৰাই হাৰ মনাব পৰা নাই। মানিব হয়তো নিজেও খোজা নাই। সেয়া এক আচৰিত কাহিনী।

এইবোৰ কথা মন্দিৰাই পিছত শুনিছে। মাকে কৈছিল কিছুমান, আৰু কিছুমান শুনিছিল অইনৰ মুখত।

শুনিছিল, কেনেকৈ এই সৰু চহৰখনলৈ এদিন মন্দিৰাৰ দেউতাক ব্যৱসায়ৰ বাবে আহে, লগত আহে তাইৰ মাক। সেয়া বহু বছৰ আগৰ কথা। যুদ্ধ আৰম্ভ হৈছে মাত্ৰ। ডুমডুমাৰ আশে-পাশে যুদ্ধ-প্ৰস্তুতিৰ দুৰ্ব্বাৰ আয়োজন। চাৰিওফালে মাথোন সৈন্যৰ যাতায়াত, নতুন নতুন আলি-পদূলি, এয়াৰ-ফিল্ড, থকা ঠাইৰ বাবে ঘৰ আদি সজাৰ অভিনৱ আয়োজন। স্থানীয় মানুহে যুদ্ধৰ নামত প্ৰচুৰ ব্যৱসায় আৰম্ভ কৰে, দুদিন আগলৈ যি হয়তো আছিল সাধাৰণ তামোল-পাণৰ দোকানী, যুদ্ধই তেওঁক কৰি দিলে লাখপতি, পঁজা ঘৰৰ ঠাইত বিৰাট ঘৰ উঠিল, দুই-তিনিখন গাড়ীয়ে ভোঁ-ভোঁৱাই থাকিল, নতুন চাইন-ব'ৰ্ড্ আৰি দিয়া হ'ল, 'মেচাৰ্চ···এণ্ড চন্স্ ঃ কণ্ট্ৰাক্টৰ এণ্ড অৰ্ডাৰ চাপ্লায়াৰ্চ'। মাথোন টকা, টকা আৰু টকা। টকাৰ ঝনঝননিয়ে সকলোৰে চকুত নতুন আৱেশ সানিলে। খৰিভাৰী



ৰজা হোৱা সাধুকথা প্ৰত্যক্ষভাৱে সফল হোৱা চকুত পৰিছিল এই সময়তে।

মন্দিৰাৰ দেউতাক ইন্দ্ৰনাথেও আহি পোন প্ৰথমে স্থানীয় ঠিকাদাৰ ব্ৰজনাথ চৌধুৰীৰ তলত সামান্য মহৰীৰ কামত সোমায়। মহৰী ব্ৰজনাথ চৌধুৰীৰ এজন নহয়, অসংখ্য। প্ৰত্যেকৰে ভাগে ভাগে কাম। ৰাতিপুৱাৰেপৰা কাম আৰম্ভ, শেষ কেতিয়া হয় তাৰ কিন্তু কোনো ঠিক নাই।

দুদিনমান কাম কৰিয়ে ইন্দ্ৰনাথে গম পাইছিল যে ব্ৰজনাথ চৌধুৰী দেখাত যিমান সহজ-সৰল, প্ৰকৃততে তেনে নহয়। ব্যৱসায়ৰ নামত মানুহ যিমান তললৈ নামিব পাৰে, সিমান তললৈ নমা মানুহ ব্ৰজনাথ চৌধুৰীও। সেই অঞ্চলটোৰ সৰু-বৰ সকলো কামৰ ঠিকা লয় ব্ৰজনাথ চৌধুৰীয়ে। তাৰ পিছত বিভিন্ন ঠিকাদাৰৰ মাজত বিতৰণ কৰে সেই কামৰ দায়িত্ব। কোনোৱে কিন্তু ব্ৰজনাথ চৌধুৰীৰ শেন-চকুক ফাকি দিব নোৱাৰে। ফাকি দিলে ধৰা পৰিবই।

ফাকি দিবলৈ গৈয়ে ধৰা পৰিছিল ইন্দ্ৰনাথ। ফাকি দিবলৈ গৈয়ে চাকৰিৰপৰা খেদা খাইছিল ইন্দ্ৰনাথ। চুকেৰেটিং এয়াৰ-ফিল্ডৰ এছোৱাৰ কন্‌ট্ৰাকশ্যনৰ দায়িত্ব পৰিছিল ইন্দ্ৰনাথৰ ওপৰত। নিয়াৰিকৈ কাম কৰি ইন্দ্ৰনাথে দেখিলে এনেদৰে সজ হৈ চলি লাভ নাই। লগৰে সুভাষ দত্ত, বনমালী হাজৰিকাহঁতে ইন্দ্ৰনাথতকৈও পিছত কামত সোমাই প্ৰচুৰ টকা কৰিলে, মাটি কিনিলে, ৰেডিঅ' ললে, চাইকেল ললে আৰু ললে বহুতো। অথচ ইন্দ্ৰনাথৰ মূৰটো সুমুৱাবলৈ ভাল আশ্ৰয় অকণৰ সুবিধা হোৱা নাই। হয়তো অকলশৰীয়া ইন্দ্ৰনাথৰ বাবে সেই আশ্ৰয়ৰ তেনেদৰে প্ৰয়োজনেই নহ'লহেঁতেন, কিন্তু যশোমতীৰ? মন্দিৰাৰ মাক যশোমতীৰ?

আপত্তি যশোমতীৰ একোৱে নাছিল, কিন্তু অতি সাধাৰণ সুবিধা আৰু দৈনন্দিন প্ৰয়োজনীয় পৰিৱেশৰ অভাৱে তেওঁৰ মন ক্ৰমাগত

বিৰক্ত কৰি তুলিছিল। হয়তো নকবলগীয়া সৰু অভিযোগৰ কথাও সেইবাবেই যশোমতীয়ে ডাঙৰকৈ ইন্দ্ৰনাথৰ আগত তুলি ধৰিছিল। সেইবাবেই হয়তো কৈছিল, "আপোনাৰ এনে চাকৰি থকাতকৈ নথকাই ভাল। সময়-অসময় নাই, মাথোন কাম আৰু কাম। ঘৰটোৰ ভিতৰত এজনী যে মানুহ আছোঁ সেয়া জানো ভাবিবৰ সময় আছে ?"

মিলিটাৰীয়ে দিয়া বিনা পইচাৰ চিগাৰেট, চুয়িংগাম টেবুলৰ ওপৰত উলিয়াই ইন্দ্ৰনাথে সোধে, "কিয়, কি হ'ল তোমাৰ ?"

"হবলৈ একো নাই। এই ছমাহতে মোক চহৰৰ মোহে হেপাহ পলুৱাইছে।"

অলপ হাঁহি ইন্দ্ৰনাথে কয়, "চহৰৰ মোহে আমুৱাইছে হয়তো, কিন্তু টকাৰ মোহে ? তুমি ধৈৰ্য্য ধৰিব লাগিব, এদিন দেখিবা আমাৰ উন্নতি হবই...!"

অনাগত ভৱিষ্যতৰ উজ্জ্বল সম্ভাৱনাৰ প্ৰতিশ্ৰুতিত উৎফুল্ল হৈ উঠে ইন্দ্ৰনাথ। অলপ কষ্ট, অলপ ধৈৰ্য্যই নিশ্চয় এদিন সুখ আনিব, আনিব শান্তি।

যশোমতীৰ বাবে এই সকলো কথা কিন্তু অৰ্থহীন। কাৰণ ঘৰুৱা শান্তি আৰু নিৰাপত্তাৰ সৰু সমস্যাখিনিয়ে সমাধান কৰিব পৰা নাই ইন্দ্ৰনাথে। গতিকেই কয়, "টকা হব বুজিলোঁ, এতিয়া অন্ততঃ মোক লাজ নিবাৰণৰ সুবিধা দিয়ক !"

অবুজৰ দৰে ইন্দ্ৰনাথে সোধে, "কি লাগে তোমাক ?"

"অইন নহলেও এটা ভাল ঘৰ বিচাৰি লওক। এই ঠাইত মই থাকিব নোৱাৰোঁ। দিনটো আপুনি বাহিৰে বাহিৰে থাকে, মই হে জানো কি নৰক যন্ত্ৰণাত সময় কটাবলগীয়া হয়। নাই যে নাই গা ধুবলৈ আবৰু অকণো নাই। টিনেৰে ঘেৰি লোৱা গা-ধোৱা ঠাইত গা ধুবলৈ গলেও ওচৰৰ ঘৰৰ লৰাকেইটাই জুমি জুমি চায়। আৰু



আপুনি নথকা সময়ত খবৰ লোৱা মানুহৰ সংখ্যাও দেখোন বেছি হয়। মোৰ অকণো ভাল নেলাগে।"

নীৰৱে কথাবোৰ শুনি গ'ল ইন্দ্ৰনাথে। সংসাৰৰ এই দিশটোৰ প্ৰতি ইন্দ্ৰনাথ একপ্ৰকাৰ উদাসীনেই আছিল। যশোমতীৰ সা-সুবিধা, যশোমতীৰ ভাল লগা বেয়া লগাৰো যে অন্য এটা দিশ আছে, সেই কথাৰ প্ৰতি ইন্দ্ৰনাথ অকণো সচেতন নাছিল। যিখিনি ঠাইত ইন্দ্ৰনাথ আছে, সেই ঠাইখিনিত প্ৰকৃততে ব্ৰজনাথ চৌধুৰীৰ কাঠৰ গুদাম-ঘৰ। সেই গুদাম-ঘৰৰ গাতে গা লগাই এলানি দীঘলীয়া ঘৰ। সেই ঘৰত ব্ৰজনাথ চৌধুৰীৰ অধীনতে কাম কৰা বিভিন্ন স্তৰৰ মানুহ থাকে। তাৰেই এটা কোঠালিত ইন্দ্ৰনাথো থাকে। থাকিবলৈ সেয়া যে অনুপযোগী সেই কথালৈ ইন্দ্ৰনাথো সচেতন নোহোৱা নহয়, কিন্তু উপায় নাছিল। যৎসামান্য দৰমহাৰে ঘৰ ভাৰা কৰি থকাৰ কথা ইন্দ্ৰনাথে ভাবিবই নোৱাৰিছিল। অথচ চকুৰ আগতে যশোমতীৰ এনে অৱস্থা দেখি ইন্দ্ৰনাথৰো মনৰ কোনোবাখিনিত গভীৰ আঘাত লাগিল। ইন্দ্ৰনাথ দৃঢ়-প্ৰতিজ্ঞ হ'ল। কিবা এটা কৰিবই লাগিব। যেনেকৈ নহওক, কিবা এটা...।

যশোমতীয়ে কলে, "সৌ সুভাষ দত্তৰ ফালেই চাওকচোন। কি সুন্দৰভাৱে আছে। দত্ত দেখোন আপোনাতকৈও পিছত কামত সোমাইছে...দত্তৰ ঘৈণীয়েক বিজুলীয়ে মোক কৈছে, দুই-এমাহৰ ভিতৰতে দত্তই হেনো নিজে কণ্ট্ৰেক্ট্ কৰিব।"

ইন্দ্ৰনাথে শুনিলে।

যশোমতীয়ে আকৌ কলে, "আৰু এটা কথা শুনিছোঁ, দত্তৰ হেনো চোৰাং বিজিনেচো কিবা আছে। সেই কথা অৱশ্যে কথাৰ লাচতে বিজুলীৰ মুখৰপৰাই ওলাইছে।"

ইন্দ্ৰনাথে এইবাৰো শুনিলে।

ইয়াৰ পিছত যশোমতীক আৰু সুযোগ নিদি ইন্দ্ৰনাথ অন্য এক চিন্তাৰ আৱৰ্ত্তত হেৰাই গ'ল।

সেইজন এজন নতুন মানুহ ইন্দ্ৰনাথ।

ব্ৰজনাথ চৌধুৰীৰ অধীনত ছমাহ কাম কৰিয়ে ইন্দ্ৰনাথে এটা কথা খুব ভালদৰে বুজিছিল যে এই গোটেই ব্যৱসায়টোৰ মাজতে এনে ধৰণৰ মিছা কথা আৰু অন্যায়ৰ প্ৰলেপ এটা আছে, যিটোৰ দ্বাৰা সম্পূৰ্ণ গ্ৰাস হৈ নগলে অকণো উন্নতিৰ আশা নাই। গতিকেই মহৰী ইন্দ্ৰনাথে নিজেও সেই মিছা আৰু অন্যায়ৰ জালত সোমাই পৰিল। কৰিব দিয়া কামৰপৰা সময় চুৰ কৰি ইন্দ্ৰনাথে অইন কাম কৰিলে, এপদ এপদকৈ বস্তু নি অ'ত ত'ত বেচিলে। দুশ বস্তা চিমেণ্টৰ হিচাপত এশ লিখি বাকিখিনি অইন ক'ৰবাত বিকি দিলে। ইত্যাদি।

আৰু আচৰিত কথা। মিছা আৰু অন্যায়ৰ পথত খোজ পেলোৱাৰ পিছৰপৰাই ইন্দ্ৰনাথৰ হাতলৈ আহিল টকা। যশোমতীৰ মুখলৈ আহিল হাঁহি। চিকাৰ পাই ক্ৰমাত লোভ বাঢ়ি যোৱা চিকাৰীৰ দৰে ইন্দ্ৰনাথকো এই নতুন মোহৰ লালসাই ক্ৰমে ক্ৰমে গ্ৰাস কৰি পেলালে।

এনেতে এদিন আহিল সেই বিপৰ্য্যয়। ব্ৰজনাথ চৌধুৰীৰ দুমহলীয়া ঘৰৰ বাহিৰৰ অফিচ-কৃমত বহি বহি ইন্দ্ৰনাথে প্ৰমাদ গণিলে। ইমান কি জৰুৰী কথা আছে যে এই ৰাতি দহ বজাত ব্ৰজনাথ চৌধুৰীয়ে তেওঁক মতাই আনিছে!

অফিচত সোমায়ে ব্ৰজনাথ চৌধুৰীয়ে পোনে পোনে প্ৰশ্ন কৰিলে, "তোমাৰ কাম কিমান বাকী? ঢালাইৰ কাম হৈছে?"

"আৰু এসপ্তাহমানৰ কাম আছে চাৰ। ঢালাইৰ কাম পৰহিৰপৰা আৰম্ভ কৰিম।"

অলপ বৈ ব্ৰজনাথ চৌধুৰীয়ে লাহে লাহে কলে, "তুমি কাইলৈ



ৰাতিপুৱাই সুভাষক কামখিনি বুজাই দিবা, সেই কাম সুভাষেই তদাৰক কৰিব। আৰু তুমি এই মাহৰ পূৰা দৰমহা অফিচৰপৰা লৈ যাবা। কাইলৈৰপৰা তুমি নাহিলেও হব।" এইবুলি কৈ ব্ৰজনাথ চৌধুৰীয়ে চিগাৰেটটো জ্বলাই ভিতৰ সোমাব খুজি খন্তেক থমকি আকৌ কলে, "আৰু এটা কথা, ইয়াত তোমাৰ একো সুবিধা নহব। ডুমডুমাৰ বাহিৰত তুমি কিবা এটা কৰাৰ চেষ্টা কৰা।"

ইন্দ্ৰনাথে কিবা এটা কোৱাৰ আগতে ব্ৰজনাথ চৌধুৰী ভিতৰ সোমাই গৈছিল। কাটি পেলোৱা গছৰ দৰে খন্তেক তাতেই বৈ ইন্দ্ৰনাথ হাড় নোহোৱা কেঁচুৰ দৰে দুৰ্ব্বল খোজেৰে ওলাই আহিছিল। চকুৰ আগত এক পলকতে সকলো সুখ-স্বপ্ন থানবান হৈ গৈছিল।

ব্ৰজনাথ চৌধুৰীয়ে মিছা কোৱা নাছিল। ইন্দ্ৰনাথৰ ডুমডুমাত একো সুবিধাই নহ'ল। সৰু-ডাঙৰ কোনো কণ্ট্ৰাক্টৰেই ইন্দ্ৰনাথক ৰাখিবলৈ সাহস নকৰিলে। তাৰোপৰি সেই গোটেই অঞ্চলটোতে ব্ৰজনাথৰ এনে এক অদমনীয় ক্ষমতা আৰু প্ৰভাৱ আছে যে তাৰ বিৰুদ্ধাচৰণ কৰা কথাটো কোনোৱে ভাবিবই নোৱাৰে। ইন্দ্ৰনাথ বিবুদ্ধিত পৰিল। এই কেইদিনতে হাতত জমা হোৱা যৎসামান্য টকাকেইটিৰে কিমান দিন চলিব? স্থায়ী চাকৰি কিবা এটা নহলে হয় কেনেকৈ?

যশোমতীয়ে সকলো সহজভাৱেই ললে। যশোমতীয়ে জানিছিল যে ইন্দ্ৰনাথ মানুহটো প্ৰকৃততে যেয়া নহয় বাবেই এই বিপৰ্য্যয়। আৰু এটা কথা যশোমতীয়ে জানিছিল যে ইন্দ্ৰনাথৰ বিৰুদ্ধে ঠিকাদাৰক লগোৱা মানুহজন সুভাষ দত্ত। এই কথা অৱশ্যে ইন্দ্ৰনাথেও পিছলৈ বুজি উঠিছিল।

যশোমতীয়ে গিৰিয়েকক ডুমডুমাৰ বাহিৰতে ক'ৰবাত কাম পায় নেকি বিচাৰিব কলে। আৰু এদিন ইন্দ্ৰনাথে দেখিলে যে ভাগ্য

তেওঁৰ সুপ্ৰসন্ন। ছৈখোৱাৰ নামী কণ্ট্ৰাক্টৰ ইচমাইল খাঁনৰ তাত চাকৰি এটাৰ বন্দৱস্ত হ'ল। একেই কাম। ব্ৰীজ কনষ্ট্ৰাকৃশ্যন। তদাৰক কৰিব লাগে—দিনে-নিশাই কাম। ৰাতি কেম্প কৰি থাকিব লাগে। লগে লগে চাকৰিত ভৰ্ত্তি হ'ল ইন্দ্ৰনাথ।

নতুন কামত ইন্দ্ৰনাথ সোমোৱাৰ সময়তে সৰু বিপদ এটাই কিছু অশান্তি কৰিলে। ইন্দ্ৰনাথ থাকিবলগীয়া হ'ল ছৈখোৱাত, আনহাতে যশোমতী তালৈ এতিয়াই যাবলৈ সন্মত নহ'ল। তাৰ অৱশ্যে অন্য এটা কাৰণো আছিল।

যশোমতীৰ গাত তেতিয়া মন্দিৰা।

ব্ৰজনাথ চৌধুৰীৰ চাকৰি যোৱাৰ পিছৰেপৰা ইন্দ্ৰনাথে সৰু ঘৰ এটা ভাৰা কৰি ক'লীয়াপানীৰ ফালে থাকিবলৈ লৈছিল। আৰু তাতেই থকাৰ উপৰিও যশোমতীৰ পৰামৰ্শমতেই সৰুকৈ মনোহাৰী বস্তুৰ দোকান এখনো দিছিল। ক'লীয়াপানীৰ সেইফালেদিয়ে এয়াৰ-ফিল্ডলৈ যোৱা বাট, গতিকে দোকানৰ বাবে ঠাইখিনি বেয়া নাছিল। যশোমতীয়ে নিজে দোকান তদাৰক কৰিলে, আৰু অনবৰতে দোকানত বহিবলৈ ইন্দ্ৰনাথেই জগন্নাথ নামৰ তেওঁৰ সম্বন্ধীয় ভায়েক এজনক ৰাখিলে। ইন্দ্ৰনাথ সপ্তাহত এবাৰ, কেতিয়াবা দুবাৰ ডুমডুমালৈ আহি যায়। প্ৰচুৰ কামৰ অজুহাতত কেতিয়াবা দুই সপ্তাহমানো নহাকৈ থাকে।

হঠাতে ভাঙি পৰিব খোজা ইন্দ্ৰনাথৰ সংসাৰ লাহে লাহে আকৌ গঢ় লাগি উঠে। ব্যৰ্থতা আৰু হতাশাই মাৰি নিয়া ইন্দ্ৰনাথৰ মনটো ক্ৰমাত আকৌ সজীৱ হৈ উঠে। আৰু ইন্দ্ৰনাথে জানে, এই সকলোখিনি সম্ভৱ হৈছে যশোমতীৰ বাবে। ইন্দ্ৰনাথ অবাক হৈ গৈছিল, যেতিয়া যশোমতীয়ে দোকান এখন খোলাৰ কথা কৈছিল। দোকান খুলিবলৈ টকা ক'ত? সঞ্চিত পুঁজিৰ শেষ সম্বলখিনিকে উলিয়াই দি যশোমতীয়ে কৈছিল, "মোৰ হাতত যিখিনি আছিল ইয়াতেই সকলো আছে। এইবোৰ চাকৰিৰ ওপৰত মোৰ অকণো বিশ্বাস নাই। ইয়াৰে কিবা এটা কৰক।"

দোকান হ'ল। চাকৰি হ'ল। ইন্দ্ৰনাথ-যশোমতীৰ সুখৰ সংসাৰ আকৌ ভৱিষ্যতৰ সম্ভাৱনাত জিলমিলাই উঠিল।

কিন্তু এনেতে আহে সেই চৰম বিপদ। কি হৈছে, কি হ'ল বুজাৰ আগতে সেই অভাৱনীয় নিষ্ঠুৰ ঘটনাই সকলোকে হতবাক কৰি দিলে। ছৈখোৱাৰপৰা অহা ইচমাইল খাঁনৰ বিৰাট দহ-চকীয়া জি-এম-চি ট্ৰাকখনে টিপুক কলঘৰৰ ওচৰত মিলিটাৰী ট্ৰাক এখনৰ স'তে একচিডেণ্ট কৰে, আৰু তাতেই ইন্দ্ৰনাথৰ থিতাতে মৃত্যু হয়। মুখামুখিকৈ খুন্দা খোৱা দুয়োখন ট্ৰাকৰ হেঁচাত ইন্দ্ৰনাথৰ দেহ চিনি পোৱাৰ উপায় নাছিল। ইচমাইল খাঁনৰ ট্ৰাকৰ মানুহ এজনে খবৰটো দিয়াৰ উপৰিও ইন্দ্ৰনাথৰ বয়-বস্তুৰে ঘৰলৈ অনা বেগটোও দি থৈ গৈছিল।

যশোমতীৰ সেই সময়ৰ অৱস্থা অবৰ্ণনীয়। ভাগ্যৰ এই নিষ্ঠুৰ আঘাত কেনেকৈ যে তেতিয়া যশোমতীয়ে সহ্য কৰিছিল, কেনেকৈ ধৈৰ্য্য আৰু সাহসেৰে সেই চৰম দুৰ্দ্দশাৰ সম্মুখীন হৈছিল, সেই কথা যশোমতীয়ে নিজেও নেজানে। কিন্তু যশোমতীক জীৱনে এটা কথা শিকাইছিল—হাঁহি হাঁহি জীয়াই থাকিব নোৱাৰিলে কান্দি কান্দিয়ে জীয়াই থাকিবা। কিন্তু নমৰিবা।

মৰা নাছিল যশোমতী।

ইন্দ্ৰনাথৰ মৃত্যুৰ প্ৰায় এমাহ পিছতেই মন্দিৰাৰ জন্ম হয়। এহাতে নতুন শিশুৰ জন্মৰ অধীৰ আনন্দ আৰু আনহাতে জীৱনৰ সৰ্ব্বস্ব হেৰুওৱাৰ করুণ বেদনা—ইয়াৰ সঙ্গমতে হয়তো যশোমতীৰ ভাগ্য জড়িত হৈ পৰিছিল। ইন্দ্ৰনাথৰ করুণ স্মৃতিৰে যশোমতীয়ে মন্দিৰাক মৰমৰ মাজত বুৰাই ৰাখিলে। যেনেকৈ নহওক, যি উপায়েৰে নহওক, মন্দিৰাক মানুহ কৰি তোলাৰ দৃঢ় সঙ্কল্প ললে যশোমতীয়ে।

যশোমতীয়ে আগৰেপৰা জানে যে তেওঁৰ দেহ-সৌন্দৰ্য্যই বহুতকে আকৰ্ষণ কৰিছিল। ব্ৰজনাথ চৌধুৰীৰ দীঘলীয়া সেই গুদাম-ঘৰ যেন ঘৰত থাকোঁতেই কেইবাজনো মানুহৰ চঞ্চল চাৱনি যশোমতীয়ে বেছ বুজিব পাৰিছিল। সেই কথা অৱশ্যে ইন্দ্ৰনাথক যশোমতীয়ে বহুবাৰ কৈছিল। বাৰে বাৰে সেইবাবেই অন্য এটা ঘৰ বিচৰা কথাটোত যশোমতীয়ে বিশেষ গুৰুত্ব দিছিল। ইন্দ্ৰনাথে শুনা নাছিল সেই কথা, অথবা শুনিলেও বৰ বিশেষ গুৰুত্ব হয়তো দিয়া নাছিল, কিন্তু যশোমতী তেতিয়াৰেপৰা সচেতন। ইন্দ্ৰনাথৰ মৃত্যুৰ পিছত যশোমতীৰ পূৰ্ব্বৰ সমস্যাটো আৰু অলপ প্ৰকট হৈ উঠিল। সৰু ঠাইখনৰ ইঘৰ-সিঘৰকৈ কেইবাটিও পৰিয়ালৰ স'তেই চিনাকি হৈছিল যশোমতীয়ে। কিন্তু নিজৰ অতি সাধাৰণ অৱস্থাই সেইবোৰ মানুহৰ ঘৰলৈ আহ্-যাহ্ কৰাৰ সাহস নিদিছিল যশোমতীক। আগতে সুভাষ দত্তৰ ঘৰৰ স'তে ভাল সম্বন্ধ এটা আছিল। বিজুলীৰ স'তেও যশোমতীৰ ব্যক্তিগত প্ৰগাঢ় সম্বন্ধ এটা গঢ়ি উঠিছিল। কিন্তু পিছলৈ বিজুলী নিজেই নহা হ'ল যদিও ব্ৰজনাথ চৌধুৰীৰ তাৰপৰা ইন্দ্ৰনাথৰ কাম যোৱাৰ পিছতো যশোমতীয়ে প্ৰথম গৈছিল বিজুলীৰ তালৈ।

ইন্দ্ৰনাথৰ মৃত্যুৰ পিছত যশোমতী খুব কমেই বাহিৰ ওলাইছিল। নিজৰ প্ৰয়োজনীয় কাম নহলে কেতিয়াও নোলাইছিলেই। দোকানৰ যাৱতীয় কাম নাইবা তিনিচুকীয়া বা ডিব্ৰুগড়ৰপৰা বস্তু অনা-মেলা আদি সকলো কাম জগন্নাথেই কৰিছিল। খুব বেছি কেতিয়াবা মন্দিৰাক লৈ বিছাকুপিৰ চিনাকি হাজিৰাবাবুৰ ঘৰলৈ গৈছিল যশোমতী। তাৰ বাহিৰে আৰু নোলাইছিলেই। আনকি দোকানৰ সমুখতো দেখা নিদিছিল যশোমতী। অন্য হওক নহওক, মিলিটাৰীবোৰৰ উৎপাতৰ বাবেই ভয় বেছি। এদিন এটা আমেৰিকান নিগ্ৰোইতো মন্দিৰাক মৰম কৰি কোলাত লৈ চুয়িংগাম খাবলৈ দি দহ-টকীয়া নোট এখন হাতত দি দুৱাৰৰ কাষতে চাই ৰৈ থকা



যশোমতীক চকু টিপাইছিল। ভয়ত যশোমতী শিল হৈ গৈছিল। মন্দিৰাক সেই দিনাৰেপৰাই খুব কম বাহিৰলৈ ওলাব দিয়ে, দোকানলৈতো যাবলৈ নিদিয়েই।

মন্দিৰা ডাঙৰ হৈ অহাৰ লগে লগে যশোমতীৰ বাবে সমস্যাটো হ'ল অন্য ধৰণৰ।

ইচমাইল খাঁনৰ বদান্যতা আৰু সহায়ৰ বাবে যশোমতীয়ে বিৰাট অভাৱ-অনাটনৰ এটা সময়ত অভাৱনীয়ভাৱে ৰক্ষা পৰিছিল। তাৰেই কৃতজ্ঞতাৰ চিন স্বৰূপে যশোমতীয়ে এবাৰ বিহুত এখন গামোচা দিয়াৰ ইচ্ছাৰে ছৈখোৱালৈ গৈছিল। লগত মন্দিৰাও আছিল। সামান্য গামোচাৰ বিনিময়ত ঠিকাদাৰ ইচমাইল খাঁন আৰু তেওঁৰ পত্নীয়ে যি মৰম যশোমতীহঁতক দেখুৱাইছিল সেই মৰমৰ ঋণত, ঋণ পৰিশোধৰ বাবে যোৱা যশোমতী আৰু বেছি হে ঋণী হৈ পৰিল। ইচমাইল খাঁনৰ লৰা-ছোৱালী নাই। বিৰাট ঘৰটো নিমাওমাও হৈ থাকে বাবেই ভায়েকৰ লৰা-ছোৱালী দুটা নিজৰ ঘৰত ৰাখিছে। ইচমাইল খাঁনৰ পত্নীয়ে যশোমতীক কৈছিল, "কেনেকৈ ভগৱানে টকা-পইচা দিলেও সন্তানৰ মুখ দেখাৰ সৌভাগ্যৰপৰা বঞ্চিত কৰিছে। এই দুখতে ঠিকাদাৰ দিনে দিনে ভাঙি পৰিছে। কোনে খাব এই সম্পত্তি? কোনে লব এই বিৰাট ঐশ্বৰ্য্য।" পিছৰ ফালে কথা কওঁতে ঠিকাদাৰৰ পত্নীৰ মাতটো কঁপি উঠিছিল। যশোমতীয়ে নিমাতে শুনি আছিল। পানদানীটো যশোমতীলৈ আগবঢ়াই দি ঠিকাদাৰ-পত্নীয়ে কৈছিল, "মোৰ আটাইতকৈ ডাঙৰ দুখ মোৰ লৰা-ছোৱালী নাই বাবেই সকলোৱে মোক অমঙ্গলীয়া বুলি ভাবে।"

যশোমতীয়ে হাঁহি কথাটো পাতল কৰি দিছিল। ভাগ্যৰ ওপৰত যে কাৰো হাত নাই সেই কথা আকৌ এবাৰ দোহাৰি যশোমতী যাবলৈ উঠিছিল। ঠিকাদাৰ-পত্নীয়ে যশোমতীক মাজে-সময়ে আহি থাকিবলৈ কৈ বিদায় দিছিল। ইচমাইল খাঁনে গুড়গুড়ীত ধঁপাত

খাই বাহিৰৰ বাৰাণ্ডাৰ আৰ্ম্ম-চেয়াৰত বহি আছিল। যাবলৈ ওলোৱা যশোমতীক ট্ৰেইনত যাবলৈ বাধা দি তেওঁৰ জীপতে যাবলৈ কলে।

সেইদিনা জীপত আহিছিল যশোমতীহঁত ডুমডুমালৈ। জীপ চলাইছিল ইচমাইল খাঁনৰে অফিচত কাম কৰা এজনে। নাম ৰজত সন্দিকৈ। বাটে বাটে ৰজত সন্দিকৈয়ে ইন্দ্ৰনাথৰ গুণ-কীৰ্ত্তন কৰি আহিছিল। তেওঁৰ স'তে ইন্দ্ৰনাথৰ ব্যক্তিগত বন্ধুত্বৰ কথাও বাৰে বাৰে দোহাৰিছিল। যশোমতীয়ে নিৰ্ব্বাকভাৱে কথাবোৰ শুনি গৈছিল। কিন্তু মনটো আছিল ক'ৰবাত।···চলি থকা জীপখন গৈ গৈ কেতিয়া টিপুকৰ কলঘৰটোৰ ওচৰ চাপিব, সেই ব্ৰীজখনৰ কাষৰ ঠাইখিনি কেতিয়া পাব···য'ত যশোমতীৰ ভাগ্য এদিন চিৰদিনৰ বাবে চুৰমাৰ হৈ গৈছিল। মন্দিৰাই একমনে আলিবাটৰ দুয়োফালে চাই আহিছিল। জীপ আহি টিপুক পাওঁ পাওঁ হৈছিল, দূৰৈৰপৰাই কলঘৰৰ চূড়া দেখা গৈছিল···যশোমতীৰ বুকুখন এক অজান আশংকাত কঁপি উঠিছিল। জীপখন ক্ৰমাগত আগবাঢ়িছিল। আহি আহি হঠাতে এটা সময়ত ৰজত সন্দিকৈয়ে জীপখনৰ স্পীড্ কমাই দিলে আৰু এবাৰ যশোমতীৰ মুখলৈ চাই কলে, "এই ঠাইখিনিতে এক্‌চিডেণ্টটো হৈছিল।"

লগে লগে মন্দিৰাই সুধিছিল, "কাৰ এক্‌চিডেণ্ট ?"

যশোমতীৰ দুচকুৰপৰা বাধাহীনভাৱে চকুপানী পৰিছিল। ৰজত সন্দিকৈয়ে পৰিস্থিতিটো বুজি থাউকতে কথাবাৰ ঘূৰাই কলে, "নাই বেলেগ কথা এটা কৈছোঁ।"

আঁচলেৰে মুখ মচি গহীন হৈ অহা মাকৰ মুখলৈ চাই মন্দিৰাই কথাটো একো নুবুজিলে। ওৰে বাটটো এটা কথাও নকলে যশোমতীয়ে। ৰজত সন্দিকৈয়ে নমাই থৈ উভতি যাবৰ সময়ত যশোমতীয়ে কলে, "আপুনি চাহ একাপ খাই যাওক।"

আপত্তি কৰা নাছিল ৰজত সন্দিকৈয়ে। চাহ একাপ খাই মাত্ৰ



সেইদিনাই ৰজত সন্দিকৈ যোৱা নাছিল আৰু কেইবাদিনো গৈছিল ! প্ৰথমে এ সপ্তাহ, পিছলৈ দুই-চাৰিদিন, আৰু শেষত প্ৰায় প্ৰতিদিনেই ৰজত সন্দিকৈ যশোমতীৰ তালৈ অহা হ'ল। যশোমতীৰো মানুহজনৰ স'তে কথা-বতৰা পাতি ভাল লগা হ'ল। এদিন-দুদিনকৈ যোৱাত ৰজত সন্দিকৈ যশোমতীহঁতৰ ঘৰৰ মানুহৰ দৰেই হৈ পৰিল।

ঠিকাদাৰ ইচমাইল খাঁনৰ জীপ ক'লীয়াপানীৰ ফেন্সী ষ্ট'ৰৰ সমুখত যি কোনো সময়তে দেখা গ'ল। মানুহে বু-বু-বি-বি কৰিলে। কথা বুলিলেই বতাহ। ইকাণ-সিকাণ হৈ সৰু চহৰখনত কথাটো ভালদৰেই ওলাই পৰিল। যশোমতীয়ে নিজেও কথাটোত বৰ গুৰুত্ব দিয়া নাছিল, কিন্তু এদিন গুৰুত্ব দিবৰ বাধ্য হ'ল যেতিয়া ডাঙৰ হৈ অহা মন্দিৰাই মাকক কলে, "এটা কথা মা।"

কিবা এক সুখ-স্বপ্নত বুৰ গৈ থকা যশোমতীয়ে সুধিলে, "কি কথা মানু ?"

"আমাৰ স্কুলৰ ছোৱালীবোৰে আজি মোক খুব জোকাইছে।"

"কি বুলি—" যশোমতীয়ে সুধিয়ে উৎকণ্ঠত উদ্‌গ্ৰীৱ হৈ ৰ'ল মন্দিৰাই কি বুলি কয় শুনিবলৈ।

মন্দিৰাই মাকৰ আৰু অলপ ওচৰ চাপি গ'ল। মাকৰ চুলিৰ মাজত হাতখন বুলাই বুলাই কলে, "জোকাইছে আৰু। সেইবোৰ কবলৈ বেয়া লাগে। এটা কথা মা, এই ৰজত সন্দিকৈ নামৰ মানুহজন আমাৰ তালৈ ইমান ঘনাই কিয় আহে ?"

"কিয় কোনোবাই কিবা কৈছে নেকি ?" যশোমতীৰ মাতটোত স্পষ্ট তিক্ততাৰ সুৰ।

মন্দিৰাই কলে, "চবেই কৈছে মানুহজন হেনো বেয়া।"

"ভাল-বেয়া কোনে কাক সুধিবলৈ গৈছে ! আৰু তহঁতৰে বা স্কুলত সেইবোৰ কথা আলোচনা কৰাৰ কি দৰকাৰ ? পঢ়া-শুনা হয় নে এইবোৰ কথাৰ আলোচনা হয় ?"

মন্দিৰাই বুজিছিল মাকৰ খং উঠিছে। কথাটো আৰু বিশেষ উলিয়াবৰ ইচ্ছা নকৰিলে মন্দিৰাই।

মন্দিৰাই কথা হুলিয়ালেও যশোমতী কিন্তু নিশ্চিত নহ'ল।

যশোমতীয়ে বুজিলে। আৰু বুজি উঠাৰ লগে লগে অসহ্য এক বেদনাই যশোমতীৰ মনৰ জগৎ আৱৰি ধৰিলে। ৰজত সন্দিকৈ যশোমতীৰ তালৈ অহাৰ বৰ বেছি দিন হয়তো হোৱা নাই, কিন্তু এই কেইদিনতে মানুহজনে যশোমতীক মুগ্ধ কৰিছিল খুব বেছি। কিয় কব নোৱাৰে, এক অজান মোহে যশোমতীক ক'ৰবালৈ টানি লৈ গৈছিল। সেই মোহৰ অন্য অৰ্থ কি হব পাৰে, বা সেই মোহৰ পৰিণতি কি হব পাৰে সেই বিষয়েও যশোমতী সচেতন। অথচ সুদীৰ্ঘ দিনৰ এই জীৱন-জোৰা সংগ্ৰাম আৰু পদে পদে কষ্টৰ তাড়নাত হয়তো খন্তেকৰ বাবে অহা এই নিবিবিলি নিৰ্জনতাৰে ঘেৰা আকৰ্ষণত যশোমতী আচ্ছন্ন হৈ গৈছিল।

যশোমতীয়ে জানে মন্দিৰা ডাঙৰ হৈ আহিছে। মন্দিৰাৰ দেহত নতুন জীৱনৰ সুবাস। চকুৰ আগতে লহ্-পহ্কৈ বাঢ়ি অহা মন্দিৰাৰ দেহ সৌন্দৰ্য্যই যশোমতীক বাৰে বাৰে সকীয়াই দিছিল নিজৰ কৰ্ত্তব্যৰ প্ৰতি। কিন্তু হঠাতে বন্ধ হৈ থকা পানীৰ বান্ধ কাটি দিয়াৰ দৰে যশোমতীৰ অন্তৰত অন্য, এক অবুজ, নেভাবিবলগীয়া ভাবনাৰ সুঁতি তীব্ৰ গতিত বাগৰি আহিছিল।

যশোমতীয়ে ভাবিছিল নিজৰ কথা। নিজৰ শূন্য বিক্ত জীৱন পূৰ্ণ কৰাৰ এক নিস্ফল বাসনা। কব নোৱাৰাকৈয়ে ৰজত সন্দিকৈৰ প্ৰতি এক দুৰ্নিবাৰ আকৰ্ষণ জাগিছিল যশোমতীৰ। সেই আকৰ্ষণৰ প্ৰচণ্ডতাত যশোমতী নিজেই নিথৰ হৈ গৈছিল। ইন্দ্ৰনাথৰ স্মৃতিৰে যশোমতীয়ে সকলো কৰিছে সন্দেহ নাই, ইন্দ্ৰনাথে তেওঁক যি দিব নোৱাৰিলে, যি দিবলৈ গৈ নিজে নোহোৱা হৈ গ'ল, সেই সকলোবোৰে যশোমতীক প্ৰেৰণা দিছে অহৰহ। প্ৰেৰণা দিছে জীয়াই থাকিবলৈ।



প্ৰেৰণা দিছে নিজকে বুজিবলৈ। তথাপিও হঠাতে যশোমতীৰ ধাৰণা হৈছিল যে তেওঁ সকলো পাইও যেন একো পোৱা নাই। সমগ্ৰ জীৱনৰ ৰিক্ততাৰে তেওঁৰ শূন্য হৃদয় চিৰদিন শূন্য হৈয়ে ৰ'ল, পূৰ্ণ হৈ নুঠিল কোনো দিন, কেতিয়াও।

গতিকেই যশোমতীৰ ৰজত সন্দিকৈক ভাল লাগি গৈছিল। এই ভাল লগাৰ অৱশ্যে ৰজত সন্দিকৈৰ মনত কেনে প্ৰতিক্ৰিয়া হৈছিল তাৰ প্ৰতি সম্পূৰ্ণ উদাসীন আছিল যশোমতী। নিয়মিতভাৱে আহ্-যাহ্ কৰা ৰজত সন্দিকৈয়েও কোনো দিন একো কথাতে ব্যক্ত কৰা নাছিল তেওঁৰ নিজস্ব মনৰ কথা।

কিন্তু মন্দিৰাৰপৰা উক্ত কথা শুনাৰ পিছৰেপৰা যশোমতী চিন্তিত হৈ পৰিল। তাৰোপৰি আৰু এটা কথাই যশোমতীক চিন্তিত কৰি তুলিছিল।

সেই চিন্তা মন্দিৰাৰ বাবে।

মেট্ৰিক দিবলৈ ওলোৱা মন্দিৰাই নতুনকৈ চিন্তাত পেলাইছিল যশোমতীক। যশোমতীয়ে বুজিছিল যে এইবোৰ বয়সৰ চঞ্চলতা, গভীৰভাৱে জীৱনক বুজিবলৈ চেষ্টা নকৰাৰ আৰম্ভণিতেই এইবোৰ মনৰ সাধাৰণ খেলিমেলি। হলেও যশোমতীৰ ভাল লগা নাছিল। আৰু ভাল নলগাৰ প্ৰধান কাৰণ আছিল, যশোমতীয়ে বিচাৰিছিল মন্দিৰাৰ ভৱিষ্যৎ সুখৰ হৈ উঠক। সাৰ্থকভাৱে তাই তাইৰ সুখৰ নীড় সাজি তোলক—যি ধৰণে হয়তো সজাব নোৱাৰিলে তাইৰ মাক-দেউতাক যশোমতী আৰু ইন্দ্ৰনাথে।

কিন্তু তাৰ সলনি যশোমতীয়ে দেখিছিল আৰু দহজনী ছোৱালীয়ে কৰা ভুলৰ দৰে মন্দিৰায়ো ভুল কৰিছে!

কথাটো আবিষ্কাৰ কৰিছিল যশোমতীয়ে হঠাতে। কেইবাদিনো মন্দিৰা স্কুলৰপৰা পলমকৈ আহিছিল। প্ৰথম দুদিনমান ইটো-সিটো কথা কৈ মিছা মাতিছিল। এদিন অলপ খং কৰি সোধাত কলে যে

কনচাল্ট কৰি পঢ়িবলৈ বুলি সুৰভিহঁতৰ ঘৰলৈ যায়। সুৰভিৰ দেউতাক স্থানীয় টাউন কমিটিৰ চেয়াৰমেন। নাম থকা মানুহ। টকা-পইচাও যথেষ্ট। সুৰভিৰ স'তে মন্দিৰাৰ বৰ বন্ধুত্ব। পঢ়াৰ কথাত যশোমতীৰ আপত্তিৰ প্ৰশ্নই নুঠে। মনে মনে যশোমতী আশ্বস্তও হ'ল। কিন্তু কেইদিনমান পিছতে এটা সৰু দৃশ্যই যশোমতীক সচেতন কৰি তুলিলে। সন্ধিয়া মন্দিৰাই নিজৰ পঢ়া কিতাপ লৈ পঢ়ি আছিল। মন্দিৰাই সাধাৰণতে শোৱা-কোঠালিৰে এমূৰে টেবুলখনত পঢ়ে। যশোমতীয়ে জীয়েকলৈ একাপ চাহ আৰু দুখন বিস্কুট লৈ আগবাঢ়ি গৈছিল। ওচৰ চাপি কাপ-প্লেটযোৰ থওঁতেই মন্দিৰাই বেজিয়ে খুঁচি দিয়া মানুহৰ দৰে জাঁপ মাৰি উঠি পঢ়া কিতাপৰ ওপৰত মেলি থোৱা কাগজ এখন থাউকতে মুঠি মাৰি হাতখন টেবুলৰ তলত লুকুৱাইছিল।

যশোমতীয়ে দৃশ্যটো মন কৰি আছিল। সন্দেহ হ'ল জীয়েকৰ মুখৰ বিবৰ্ণ ৰূপত। সুধিলে, "সেয়া কি মাজু ?"

মন্দিৰাই সঁচা কথাই কলে, "চিঠি।"

যশোমতীয়ে সুধিব পাৰিলেহেঁতেন কাৰ চিঠি, কি লিখিছে, কিন্তু নুসুধিলে। কাৰণ সেইবোৰ প্ৰশ্নেৰে ব্যতিব্যস্ত কৰি তুলিবলৈ ভাল নেপালে। মাত্ৰ কলে, "এনেদৰে মোৰপৰা লুকুৱাইছা কিয় ?"

মন্দিৰাই উত্তৰ নিদিলে। অলপ সময়ৰ পিছত একো নকলে বেয়া দেখি বাবেই কলে, "মানে সুৰভিৰ চিঠি, ক্লাচৰ ছোৱালীৰ বিষয়ে কিবা কথা লিখিছে বাবেই তোমাক দেখুৱাব খোজা নাই।"

মন্দিৰাই মিছা কোৱা নাছিল। চিঠিখন সুৰভিৰে আছিল। কিন্তু সুৰভিৰ সেই চিঠিৰ লগত আৰু এখন চিঠি আছিল। সেই চিঠি দিগন্তৰ। সুৰভিৰ ককায়েক। তিনিবাৰেও বি এ. পাছ কৰিব নোৱাৰি এতিয়া বিজিনেচ্ কৰিছে। আৰু বি. এ. পাছ কৰি হয়তো যি উপাৰ্জ্জন কৰিলেহেঁতেন তাতোকৈ বহু বেছি উপাৰ্জ্জন কৰিছে।



সুৰভিহঁতৰ ঘৰলৈ অহা-যোৱা কৰোঁতেই দিগন্তৰ স'তে চিনাকি হয় মন্দিৰাৰ। পিন্ধি উৰি সদায় চিকুণ হৈ থকা আৰু অনবৰতে ইটোৰ পিছত সিটো চিগাৰেট খাই থকা দিগন্তক প্ৰথম দেখিয়ে ভাল লাগি গৈছিল মন্দিৰাৰ। প্ৰথমে সঁচাকৈয়ে মন্দিৰাই সুৰভিৰ স'তে আলোচনা কৰি পঢ়িবলৈকে মনে মনে পাঙিছিল। কাৰণ সুৰভি আৰু মন্দিৰা দুয়োৰে ক্লাচত পজিশ্যন আছে। কিন্তু সুৰভিহঁতৰ ঘৰলৈ পিছলৈ মন্দিৰা যোৱা হ'ল পঢ়াৰ আকৰ্ষণত নহয়। দিগন্ত। দিগন্তৰ বাবে।

সুৰভিয়ে নিজেও হয়তো জানিছিল ককায়েকৰ মন্দিৰাৰ প্ৰতি থকা দুৰ্ব্বলতাৰ কথা। কিন্তু জানিলেও নিজৰ অৱস্থাৰ কথাৰ প্ৰতিও হয়তো খুব ভালদৰেই সচেতন আছিল। গতিকেই কেতিয়াও ভুলতেও সুৰভিয়ে মন্দিৰাৰ নাম কৈ ককায়েকক নোজোকাইছিল বা ককায়েকৰ অতীত আগ্ৰহকো বৰ পাতলভাৱেই উৰুৱাই দিছিল। নিতান্ত এজনী পৰিচিত ভাল বান্ধৱীৰ দৰেই সুৰভিয়ে মন্দিৰাৰ স'তে ব্যৱহাৰ কৰিছিল। কিন্তু দিগন্তই প্ৰতি কথাতে মাথোন মন্দিৰাৰ কথা, প্ৰতিটো কামতে মন্দিৰাৰ স'তে বিজনি দি দি ভনীয়েকক ব্যতিব্যস্ত কৰি তুলিছিল। সুৰভিক মন্দিৰালৈ মাজে মাজে চিঠি লিখিবলৈ বাধ্য কৰাইছিল দিগন্তই। সেই চিঠিৰ লগত দিগন্তৰো এখন সৰু চিঠি থাকে।

সুৰভিয়ে কয়, "কথাটো ভাল হোৱা নাই ককাইদেউ, মই মাক কৈ দিম।"

ভনীয়েকৰ চুলিকোছাত টানি ধৰি দিগন্তই কয়, "পৰহি ডিব্ৰুগড়লৈ যাম। লেটেষ্ট ডিজাইনৰ ৱাচ্ এণ্ড ওৱেৰ শাৰী এখন মই তোমালৈ তেতিয়া যদি নানো!"

হাঁহি জঁপিয়াই উঠে সুৰভিয়ে, "প্লিজ, আনিবাই। তুমি বৰ ভাল।"

এইবোৰ সৰু সৰু কৌশল। দিগন্ত এনেদৰেই মন্দিৰাৰ ওচৰ চাপি যায়। সুৰভিয়ে জানিও নজনাৰ ভাও জুৰি থাকে।

আৰু মন্দিৰা ? মন্দিৰাৰ বাবে এয়া নতুন ফুলৰ সুবাসৰ দৰেই মধুৰ অভিজ্ঞতা। ভালপোৱাৰ এনে মধুৰ প্ৰকাশ, এনে সীমাহীন মোহ আছে বুলি কোনো দিন ভবা নাছিল মন্দিৰাই। দিগন্তৰ মৰমৰ হাত বাউলত ক্ৰমাত মন্দিৰা ওচৰ চাপি যায়।

আৰু এনেদৰে ওচৰ চাপি যাওঁতেই কথাটো আবিষ্কাৰ কৰিছিল যশোমতীয়ে। যশোমতীয়ে জানিছিল মন্দিৰাৰ আকৰ্ষণ ক'ত। সদায় একেখন বিচনাতে শুই অহা জীয়েকক এতিয়াও যশোমতীয়ে কেঁচুৱা লৰা-ছোৱালীৰ দৰেই মৰম কৰে, শোৱাৰ বহু আগলৈ সেই লুনি মুখখনলৈ চাই চাই নিবিড় শান্তিত টোপনি যায় যশোমতী। যশোমতীয়ে মন্দিৰাক কথাটো পাকে-প্ৰকাৰে কেইবাদিনো বুজাবলৈ চেষ্টা কৰিছিল যে এইবোৰ বৰ ভাল কথা নহয়। দিগন্তৰ নামটো হয়তো স্পষ্টকৈ কোৱা নাই, কিন্তু যশোমতীয়ে প্ৰত্যেকটো কথা এনেদৰে কৈছিল যেন মন্দিৰাৰ বুজিবলৈ একো বাকী নেথাকে।

এনে এটা পৰিস্থিতিৰ মাজতে যেতিয়া মন্দিৰাই সেইদিনা ৰজত সন্দিকৈৰ কথা উলিয়াইছিল, তেতিয়া যশোমতীয়ে বুজিছিল মন্দিৰাই সেই কথা হয়তো ইচ্ছাকৃতভাৱেই উল্লেখ কৰিছে। হয়তো স্কুলৰ কোনো ছোৱালীয়ে একো কথাই সোধা নাই, কোনো কথাৰে উল্লেখ কৰি জোকোৱাই নাই, সেইবোৰ চব মন্দিৰাই সাজি সাজি কোৱা। যশোমতীয়ে জানে, মন্দিৰা ভালেখিনি জেদী ছোৱালী। সৰুৰেপৰা একমাত্ৰ যশোমতীৰ মৰমৰ বাহিৰে অন্য কাৰো আৰু মৰম বা অনুকম্পা নোপোৱা কাৰণেই হয়তো সেই জেদী স্বভাৱটো ক্ৰমাত বাঢ়ি গৈছিল। যশোমতী নিজেও মন্দিৰাৰ সেই জেদী স্বভাৱৰ প্ৰতি সচেতন। দেউতাকৰ কথা সুধি সুধি প্ৰথমে কম বিপাঙত পেলোৱা নাছিল মন্দিৰাই। এদিন হেনো ব্ৰজনাথ চৌধুৰীৰ ভাগিনীয়েক এজনীয়ে স্কুলত তাইক চোৰৰ জীয়েক বুলি জোকাইছিল, হাতত পোৱা ইন্‌চ্‌ট্ৰ্‌মেন্ট বক্সটো মূৰলৈ দলিয়াই দি সেইখন জানো কম



হুলস্থুল লগাইছিল মন্দিৰাই। যশোমতীৰ অসহ্য শোকত বুক ভাঙি গৈছিল সেইদিনা। মন্দিৰাই কৈছিল, "নাই মা, মই আৰু স্কুললৈ নেযাওঁ।" তিনি দিনমান সঁচাকৈয়ে স্কুললৈ যোৱা নাছিল মন্দিৰা। বহুত বুজনিৰ পিছত হে আকৌ গৈছিল।

সেইজনী সৰু ছোৱালী আছিল মন্দিৰা।

এতিয়া এয়া ডাঙৰ ছোৱালী মন্দিৰা।

গতিকেই যশোমতীৰ চিন্তা বেছি। ভয় বেছি। আৰু ভয় বা চিন্তাতকৈ দুৰ্ভাবনা আৰু বেছি।

ৰজত সন্দিকৈ এতিয়াও আহে। বহু সময় বহে। কথা পাতে, চাহ খায়। মন্দিৰাৰ প্ৰিপেৰেশ্যনৰ খবৰ লয়। সংস্কৃতৰ নোহোৱা নোট্‌চ্‌খন নিজে ডিব্ৰুগড়লৈ যাওঁতে আনি দিয়ে। দোকানৰ খবৰ লয় জগন্নাথৰপৰা। কেতিয়াবা মাছকে এটা দি থৈ যায়। তালাপ্‌ বজাৰত হেনো সস্তা হৈছিল। এটা লৈ আহিছে। কেতিয়াবা দি যায় হৰিণাৰ মঙহ। হোলংহাবিৰ ফালে চিকাৰলৈ গৈছিল হেনো ইচমাইল খাঁনৰ ভতিজাকৰ লগত।

যশোমতীয়ে কেইবাদিনো ৰজত সন্দিকৈৰ স'তে অলপ মন খুলি কথা পাতোঁ পাতোঁ বুলি পাতিব পৰা নাছিল। ঠিক কেনেকৈ, ক'ৰপৰা আৰম্ভ কৰিব সেইটোৱে ভাবি পোৱা নাছিল যশোমতীয়ে। আৰু এটা কথাৰ বাবে যশোমতীয়ে ৰজত সন্দিকৈৰ স'তে মন খুলি কথা কোৱাৰ সাহস পোৱা নাছিল। সেয়া হৈছে মন্দিৰাৰ ব্যৱহাৰ। দিনে দিনে মন্দিৰাই ৰজত সন্দিকৈ আহিলেই স্পষ্ট আৰু প্ৰকাশ্যে তাইৰ বেয়া লগা ভাবটো প্ৰকাশ কৰি দেখুৱাই দিছিল, যিটো যশোমতীৰ সহ্য নহৈছিল। অথচ মুকলিভাৱে জীয়েকক কোৱাৰ সৎ সাহসকণো হেৰুৱাই পেলাইছিল যশোমতীয়ে। ৰজত সন্দিকৈয়ে এবাৰ কৈছিল, "মোৰ স'তে মানুহে আজিকালি বৰকৈ কথা নেপাতে। কিবা বেয়া পাইছে নেকি?"

যশোমতীয়ে কৈছিল, "নাই, বেয়া পাবৰ কিটো আছে। তাইৰ টেষ্ট পৰীক্ষাটো ওচৰ চাপি আহিছে নহয়—গতিকে পঢ়াও বেছি হৈছে।" যশোমতীয়ে যিমান পাৰে মন্দিৰাৰ কথা নুলিয়াই অন্য কথা হে আলোচনা কৰে। মন্দিৰাই পৰাপক্ষত ৰজত সন্দিকৈৰ আগত নোলায়। ওলালেও থাউকতে নোহোৱাঁ হয়।

যশোমতীয়ে নিজে বৰ দুৰ্ব্বল যেন অনুভৱ কৰিলে। তেওঁৰ মনৰ জগৎ সংশয়, শঙ্কা আৰু পৰস্পৰ বিৰোধী ভাবৰ টনা-আঁজোৰাত উদ্‌ভ্রান্ত হৈ উঠিল। এক অজান মোহৰ হাত-বাউলত মন তেওঁৰ দিনে দিনে দুৰ্ব্বল হৈ উঠিল। ইমান দিনে নিবিচৰা, ইমান দিনে অনুভৱ নকৰা বা প্ৰয়োজন বুলি নভবা আশ্ৰয়ৰ আজি হঠাতে যেন বৰ প্ৰকটভাৱে প্ৰয়োজন হৈ উঠিছে যশোমতীৰ বাবে এনে লাগিল তেওঁৰ। এই আশ্ৰয়ৰ প্ৰয়োজনীতা কেনেদৰে, কি উপায়েৰে পূৰণ কৰিব সেই কথা যশোমতীৰো অজ্ঞাত।

নিজৰ মনটোক সুধি সুধিও যশোমতীয়ে বুজিছিল যে তেওঁৰ ভৱিষ্যৎটোৰ কথাও তেওঁ নিজেই ভাবিব লাগিব। এদিন মন্দিৰা এইখন ঘৰৰপৰা নোহোৱা হৈ যাব। তেতিয়া ব্যৱহাৰিক দৃষ্টিত হয়তো যশোমতীৰ কৰ্ত্তব্য শেষ হব, কিন্তু তেওঁ নিজৰ মনৰ ওচৰত অসম্পূৰ্ণ কিবা এটাৰ বাবে চিৰদিন ভুগি থাকিব লাগিব। হওক এয়া স্বাৰ্থপৰতা—হলেও এয়ে জীৱন। যশোমতীৰ বাবে এইটোৱে জীৱন।

ইতিমধ্যে অভাৱনীয় সেই ঘটনাই হ'ল, যিহে যশোমতীৰ ভাগ্যৰ শেষ আশ্ৰয়কো আঁজুৰি লৈ গ'ল। পদে পদে বিপদ আৰু দুৰ্ঘটনাৰ অদৃশ্য এনাজৰীয়ে যশোমতীৰ ভাগ্যক এনেদৰে বান্ধি ৰাখিছে যে সেই বান্ধোনৰ জালৰপৰা তেওঁ কোনোমতে মুক্তি নেপায়। যেন আঁচনি কৰি ভগৱানে যশোমতী নামৰ এইজনী মানুহৰ এটা জীৱনত সম্ভৱপৰ সকলোখিনি দুখ আৰু যাতনা সিঁচি দিছে। যিমানেই সেই ভয়াবহ ব্যূহৰপৰা যশোমতী মুক্তি বিচাৰি উদ্বাউল হৈ পৰিছে, আৰু গভীৰ-



ভাৱে মকৰা নিজৰ জালত লাগি ধৰাৰ দৰে যশোমতী লাগি ধৰিছে। অক্টোপাচৰ নৃশংস বান্ধোনৰ দৰে ভয়াবহ এই বান্ধোন। পানীত পৰা মানুহে শেষ আশ্ৰয় হেকুৱাই অসহায় হৈ নিজকে এৰি দিয়াৰ দৰে এই কথাৰ পিছত যশোমতীয়ে মানুহ হিচাপে থিয় হোৱাৰ নিজৰ সকলো শক্তি হেকুৱাই পেলালে। যশোমতীৰ ভাব হ'ল, এইবাৰ নাৱে আৰু পাৰ নেপায়। মাথোন পানী, পানী আৰু পানী।

দিনটো যশোমতীৰ মনত নাই। মাথোন মনত আছে তাৰ দুদিন আগতে ৰজত সন্দিকৈয়ে আহি খবৰ এটা দি থৈ গৈছিল যে তেওঁ এসপ্তাহমান নেথাকে। কিবা এটা ঘৰুৱা কামত শিৱসাগৰলৈ যাব।

আবেলি সাধাৰণতে যশোমতীয়ে চাহ খাই উঠি ৰাতিৰ খোৱাৰ জা-যোগাৰ কৰে। সেইদিনাও ৰাতিৰ চাউলৰ ধান বাছি বাছি ভিতৰ-চোতালতে বহি আছিল। এনেতে মন্দিৰা সোমাই আহিছিল। আবেলি স্কুলৰপৰা আহি আকৌ ওলাই গৈছিল সুৰভিৰ তালৈ। সুৰভিৰ তালৈ গলে মন্দিৰা সাধাৰণতে ইয়াতকৈ পলমকৈ ঘৰ সোমায়।

মন্দিৰাৰ ভৰিৰ চেণ্ডেলৰ শব্দ পাই এবাৰ মূৰ তুলি চাই যশোমতীয়ে আকৌ ধান বিচৰাত মনোযোগ দিলে। ওচৰৰ বঙালী-ঘৰৰ পাৰকেইটা উৰি আহি চোতালখন পিতপিতাই ফুৰিছিল। যশোমতীয়ে পাৰকেইটা খেদি খেদি পঠিয়াব নোৱাৰি মন্দিৰাক দুবাৰমান নাম ধৰি মাতিলে। একো শব্দ নেপালে যশোমতীয়ে।

ধানকেইটা বুটলি কাগজ এখনত টোপোলা এটা বান্ধি বাৰাণ্ডাৰ কোণত দলিয়াই থৈ চাউলকেইটা লৈ যশোমতী পাকঘৰৰ ভিতৰ সোমাল। ৰাতিৰ ভাতৰ জা-যোগাৰখিনি ঠিক কৰি থৈ যশোমতী শোৱা-কোঠালিত সোমাই দেখিলে মন্দিৰা বিচনাখনতে উবুৰি খাই বাগৰি আছে। দুবাৰমান নাম ধৰি মাতি একো সঁহাৰি নেপাই যশোমতীয়ে ওচৰ চাপি গাত হাত দি সুধিলে, "কি হৈছে মানু গা বেয়া লাগিছে নেকি ?"

হঠাৎ কান্দোন শুনি যশোমতী সচেতন হ'ল। হয়, মন্দিৰাই কান্দিছে। কিন্তু কিয় ? আৰু ওচৰ চাপি যশোমতীয়ে ব্যস্ত হৈ সুধিলে, "কি হৈছে তোৰ ? কোনে কি কৈছে ?"

বিচনাত বহি থকা যশোমতীক হঠাতে সাবটি ধৰি হাও-বাওকৈ কান্দি উঠিল মন্দিৰা। সেই কান্দোন যেন বন্ধ নহবই। যশোমতীয়ে একো নুবুজি জীয়েকক মৰমেৰে সাবটি ধৰি মাথোন সেইটো প্ৰশ্নকে সুধিলে, "কি হৈছে মানু ?"

একো উত্তৰ নিদিয়াকৈ এবাৰ মন্দিৰা কান্দি কান্দিয়ে মাকৰ ওচৰৰপৰা উঠি বাথ-ৰুমলৈ গ'ল। দুৱাৰ বন্ধ কৰাৰ শব্দত যশোমতী সজাগ হ'ল। একো বুজিব নোৱাৰি যশোমতীয়ে বাহিৰলৈ গৈ দোকানত থকা জগন্নাথক সুধিলে, "মন্দিৰা কাৰ স'তে আহিছে ?" জগন্নাথে কলে যে অকলেই বিক্সাত আহিছে।

বাথ-ৰুমৰ দুৱাৰখন ভালেমান পৰ নোখোলাত যশোমতীৰ সন্দেহ হ'ল। দুৱাৰৰ ওচৰত গৈ নাম ধৰি সৰু সৰুকৈ মাতিলে—কোনো উত্তৰ নাই। এইবাৰ দুৱাৰত শব্দ কৰাত দুৱাৰ খুলি ওলাই আহিল মন্দিৰা। ওলায়েই আকৌ শোৱা-কোঠালিলৈ সোমাই গ'ল। যশোমতীৰ অলপ সন্দেহ হ'ল। বাথ-ৰুমৰ পানী পৰি তিতি থকা মজিয়াখনলৈ চাই চাই যশোমতীয়ে হঠাতে নভবা কথা এটা ভাবি পেলালে। আৰু ভবাৰ লগে লগে যশোমতীৰ সৰ্ব্বশৰীৰ প্ৰচণ্ড এক আশঙ্কাত কঁপি উঠিল। এখোজত চাৰিখোজ দি যশোমতী মন্দিৰাৰ ওচৰ চাপি সুধিলে, "কি হৈছে মানু তোৰ ?"

যশোমতীৰ কণ্ঠস্বৰত দৃঢ়তা। মন্দিৰা মাকৰ মুখলৈ চাই আকৌ কান্দি উঠিল। এইবাৰ যশোমতীয়ে মন্দিৰাৰ চকুৰে চকুৰে চাই সুধিলে, "এতিয়াই বাথ-ৰুমত কি কৰিছিল ?"

মন্দিৰা নিমাতে ৰ'ল।

যশোমতীয়ে দুহাতেৰে মন্দিৰাৰ দেহ জোকাৰি সুধিলে, "বমি



কৰিছিলি, হয় নে নহয় ?" সাপে কামোৰা মানুহৰ দৰেৰ্ণ বিব মুখৰে মন্দিৰাই এবাৰ মাত্ৰ মাকৰ চকুলৈ চাই সজোৰে কান্দি উঠিল।

যশোমতীয়ে সুধিলে, "কান্দোন থ—কিমান দিন তই গা ধোৱা নাই ?"

ক্ষীণ কণ্ঠৰে মন্দিৰাই কলে, "দুমাহ।"

এইবাৰ যশোমতী আগতকৈও দৃঢ় হৈ মন্দিৰাৰ চকুলৈ চাই হঠাতে শোৱা-কোঠালিটোৰ দুৱাৰখন বন্ধ কৰি সুধিলে, "কোন এইজন ? দিগন্ত হয় নে ?"

নিমাতে ৰ'ল মন্দিৰা। উত্তেজনাত ঘামি যোৱা যশোমতীয়ে মন্দিৰাৰ গালতে এটা সজোৰে চৰ মাৰি চিঞৰি সুধিলে, "ক হয় নে নহয় ?"

"হয়।"

"কিয় এনে হবলৈ পালে ? সি কি কৈছে তোক ?"

মন্দিৰা নিমাত।

"কি কৈছে তোক ?"

"মোক কথা দিছে।"

"কি বুলি ?"

আকৌ মন্দিৰাৰ মুখত মাত নাই !

যশোমতীয়ে সুধিলে, "কি বুলি কথা দিছে তোক ? বিয়া কৰাম বুলি ?"

"হয়" বুলি মূৰ জোকাৰিলে মন্দিৰাই। যশোমতীয়ে সুধিলে, "আৰু কোনোবাই জানে নেকি এই কথা ?"

"নেজানে।"

"সুৰভিয়ে ?"

"নেজানে।"

"দিগন্তই ?"

"জানে।"

"কি কৈছে তোক ?"

"মই লগ পোৱা নাই। আজি তিনি দিন হ'ল চিলঙলৈ গৈছে হেনো।"

যশোমতীয়ে প্ৰমাদ গণিলে। এইবাৰ কান্দি থকা জীয়েকৰ ওচৰ চাপি অলপ কোমল সুৰত সুধিলে, "কেতিয়া কথাটো জানে দিগন্তই, মানে তই কেতিয়া কৈছ দিগন্তক ?"

"পোন্ধৰ দিনমান হ'ল।" মন্দিৰাই কলে।

যশোমতীয়ে বুজিছিল যে ঘটনা যিমান সহজ বুলি তেওঁ প্ৰথমে ভাবিছিল, সিমান সহজ প্ৰকৃততে নহয়। নহলে গোটেই কথাটো গম পায়ো দিগন্ত চিলঙলৈ যাব কিয় ? হঠাতে মনত পৰাৰ দৰে যশোমতীয়ে সুধিছিল, "তোক যোৱাৰ আগতে কিবা কৈছিল নেকি মানু ?"

মন্দিৰাই ধীৰভাৱে উত্তৰ দিছিল, "একো কোৱা নাই, মাত্ৰ কৈছিল তেওঁৰ নাম এতিয়া কাকো নকবলৈ, পিছলৈ চব ঠিক হৈ যাব হেনো।"

সৰ্ব্বনাশৰ একো বাকী নাছিল যশোমতীৰ বাবে। যশোমতীয়ে বেছ বুজিছিল দিগন্ত উভতি নাহে, আৰু উভতি আহিলেও দিগন্তই মন্দিৰাক গ্ৰহণ কৰিব নোৱাৰে। সেইকণ সাহস দিগন্তৰ নাই, নাই দিগন্তৰ দেউতাক তথাকথিত টাউনৰ চেয়াৰমেন নীলাম্বৰ দত্তৰ। অথচ কিয়ে বা কৰিব পাৰে যশোমতীয়ে। কেনেকৈ, কোন মুখে যশোমতীয়ে গৈ নীলাম্বৰ দত্তক কবগৈ যে এইজনী আপোনাৰ বোৱাৰী, আপুনি ঘৰলৈ আদৰি আনক ! কোন স'তে প্ৰমাণ কৰিব যে মন্দিৰাৰ গৰ্ভত থকা সন্তানটো দিগন্তৰ, অন্যৰ নহয় ! আৰু দিগন্তই যে স্বীকাৰ কৰিব তাৰেই বা নিশ্চয়তা ক'ত ? স্বীকাৰ কৰাৰ সাহস থকাহেঁতেন এনেদৰে নিশ্চয় দিগন্তই আঁতৰি নগ'লহেঁহেন।



যশোমতী বিবুদ্ধিত পৰিল। এনেদৰে যে তেওঁৰ ক্ষুদ্ৰ কল্পনাক ধীৰে ধীৰে অদৃষ্টই গ্ৰাস কৰি আহিছিল সেয়া এবাৰলৈও তেওঁ ভবা নাছিল। ইন্দ্ৰনাথৰ মৃত্যুৰ পিছত যিজনী ছোৱালীৰ মাজেদি যশোমতীয়ে অতীতৰ সম্বন্ধৰ এক উজ্জ্বল স্বাক্ষৰ ৰাখি থৈ যাব বিচাৰিছিল, সেয়াও ধূলিসাৎ হৈ যাবৰ উপক্ৰম হ'ল। নিজৰ অশান্ত মন, নিজৰ বিবেকৰ তীব্ৰ দংশন, এতিয়া আকৌ এই নতুন সমস্যাই যশোমতীক নিথৰ কৰি দিলে। এনেয়ে চহৰখনৰ মানুহৰ যশোমতী-মন্দিৰাক লৈ চৰ্চ্চা আৰু আলোচনাৰ আদি-অন্ত নাই, এইবাৰ এই কথাৰ সন্তেদ পাব লাগিলে সেই নিন্দুক শ্ৰেণীটোৱে যে কি নকৰিব।

আটাইতকৈ ডাঙৰ যিটো সমস্যা হ'ল যশোমতীৰ বাবে সেইটো হ'ল এই গোটেই ঘটনাটোৰ সামৰণি পেলোৱাৰ বিষয়ে তেওঁৰ দিহা-পৰামৰ্শ লবলৈও কোনো নাই। কাৰোবাৰ স'তে এই বিষয়ে আলচ কৰাৰ অৰ্থই হব কথাটোৰ বহুল প্ৰচাৰৰ সুবিধা দিয়া। মনে মনে মাত্ৰ যশোমতীয়ে ভাবিলে এবাৰ এই বিষয়ে ৰজত সন্দিকৈৰ স'তেই কথা হব লাগিব। যশোমতীৰ বাবে ৰজত সন্দিকৈৰ বাহিৰে আন আৰু কোনো নিৰাপত্তা আৰু শান্তিৰ স্থান নাই। হয়তো ৰজত সন্দিকৈ থকাহেঁতেন আজিৰ এই গধুৰ চিন্তাৰপৰাও যশোমতীয়ে হাত সাৰিলহেঁতেন। তেওঁ নিশ্চয় কিবা এটা উপায় দিলেহেঁতেন। অধীৰ আগ্ৰহ আৰু উদ্বিগ্নতাৰে যশোমতী বাট চাই ৰ'ল ৰজত সন্দিকৈ উভতি অহালৈ।

ইতিমধ্যে যশোমতীয়ে দিগন্তহঁতৰ ঘৰত খা-খবৰ কৰিও গম পালে যে দিগন্তই যে মন্দিৰাক বিয়া কৰাব তাৰ সাধাৰণ ইঙ্গিত এটাও কাকো দিয়া নাই। কেইবাদিনো স্কুললৈ নোযোৱা বাবে এদিন সুৰভিয়ে নিজে মন্দিৰাৰ খবৰ কৰিবলৈ আহোঁতে যশোমতীৰ শেষ আশা থানবান কৰি শুনাই থৈ গ'ল যে দিগন্তৰ বিয়া এই বহাগতে হোৱাৰ কথা, ছোৱালী বিচাৰিছে, যিমানদূৰ সম্ভৱ হবই। যশোমতীয়ে

দিগন্তৰ চিলঙৰ ঠিকনা সংগ্ৰহ কৰি মান্দৰাৰ হতুৱাই তিনি-চাৰিখন চিঠি দিয়ালে, কিন্তু এখন চিঠিৰো উত্তৰ নাহিল। উন্মুখ আকুতিৰে বৈ বৈ ভাগৰি পৰিল যশোমতী, ভাগৰি পৰিল মন্দিৰা।

আৰু দিন যিমানেই গ'ল সিমানেই ভয় আৰু আশঙ্কা বৃদ্ধি পালে। চকুৰ আগত মন্দিৰাৰ নিটোল্ল শৰীৰ আৰু বাঢ়ি অহা অৱয়ৱৰ পূৰ্ণ ৰূপ বৈ বৈ নাচি থাকিল। যশোমতীৰ চিন্তা-শক্তিও যেন ক্ৰমাত লোপ পালে। নিশ্চল শিলাখণ্ডৰ দৰে প্ৰাণহীন যেন এটি সত্তা যশোমতী। চাবি শেষ হোৱা পুতলা এটাই যেন চাবি থাকোঁতে দৌৰি দৌৰি শেষত হঠাতে বৈ গৈছে। এইবাৰ গতি নাই, প্ৰাণ নাই।

সাত দিনৰ ঠাইত পোন্ধৰ দিনমান কৰি উভতি আহিল ৰজত সন্দিকৈ। যশোমতীয়ে উশাহ ললে। অকণো পলম নকৰি এদিন গোটেইবোৰ কথা ৰজত সন্দিকৈক কলে যশোমতীয়ে। নিজৰ চকুৰ পানীৰে নিজৰ দুৰ্ব্বলতা প্ৰকাশ পাব বুলিয়ে যশোমতীয়ে খুব সংযম আৰু দৃঢ়ভাৱে গোটেইবোৰ কথা কলে। মাথোন নকলে যে দিগন্ত দত্তই মন্দিৰাৰ এই অৱস্থা কৰিছে। ইচ্ছাকৃতভাৱেই যশোমতীয়ে নামটো কোৱা নাছিল।

ৰজত সন্দিকৈয়ে আটাইবোৰ কথা শুনিলে। আৰু শুনি উঠি মাত্ৰ এটা প্ৰশ্ন কৰিলে, "আপুনি কি ভাবিছে বাৰু?"

যশোমতীয়ে কি ভাবিব? ভাবিবলৈ কি বাকী ৰাখিছে মন্দিৰাই?

তথাপিও যশোমতীয়ে কলে, "মই আপোনাৰ পৰামৰ্শৰ বাবে হে বাট চাই আছোঁ। মই চাৰিওফালে ধুঁৱলী-কুঁৱলী দেখিছোঁ। মোৰ চিন্তা কৰা শক্তিও হেৰাই গৈছে।" পিছৰ ফালে কান্দোনত যশোমতীৰ মাত শুনা নগৈছিল।

বহি থকা ৰজত সন্দিকৈলৈ চাই যশোমতীয়ে কলে, "কোনোবা ডাক্তৰৰ—"



ৰজত সন্দিকৈ বহাৰপৰা উঠিল। অবাক হৈ চোৱা যশোমতীৰ মুখলৈ চাই ৰজত সন্দিকৈয়ে কলে, "মই এতিয়া আহোঁ।"

"কিন্তু এই কথাটোৰ কিবা এটা মীমাংসা—"

কথা শেষ কৰিবলৈ নিদি যশোমতীক কলে, "মই চিন্তা কৰি চাওঁ, কি কৰিব পাৰোঁ।"

জীপৰ শব্দ ক্ৰমাত দূৰৈত লীন হৈ গৈছিল।

যশোমতী স্বৰগ পৰা মানুহৰ দৰে একে ঠাইতে বহি ৰ'ল বহু সময়। কি ভাবিছিল যশোমতীয়ে, কি হ'ল যশোমতীৰ! এই দুৰ্ব্বিসহ যন্ত্ৰণাৰ শেষ কোন দিনা? কেতিয়া?

মাজতে দুদিন পাৰ হৈ গ'ল। ৰজত সন্দিকৈ এই দুদিন অহা নাই। অধীৰ আগ্ৰহেৰে বাট চাই চাই ক্লান্ত হৈ পৰিল যশোমতী। বাহিৰত গাড়ী বোৱাৰ অকণমান শব্দ পাবলৈ উদ্‌গ্ৰীৱ হৈ ৰ'ল যশোমতী। ৰজত সন্দিকৈ এনেকৈ দুদিন নহাত আকৌ কিছুমান নতুন দুশ্চিন্তাই বিহ্বল কৰি তুলিলে যশোমতীক। কোনে জানে, এইবাৰ আকৌ কি বিপদে দেখা দিয়ে।

তৃতীয় দিনা ৰজত সন্দিকৈ আহিল। অন্য দিনাৰ দৰেই যশোমতীৰ ঘৰৰ ভিতৰলৈ সোমাই গৈ যশোমতীক বিচাৰিলে। যশোমতী কোঠালিটোত সোমায়েই ৰজত সন্দিকৈৰ গহীন মুখৰ অভিব্যক্তি দেখি চমকি উঠিল। যশোমতী কোনোমতে গৈ দুৱাৰখনত আউজি থিয় হ'ল।

ৰজত সন্দিকৈয়ে কোনো ভূমিকা নকৰাকৈ কলে, "মই সিদ্ধান্ত এটা কৰি পেলালোঁ।"

যশোমতীয়ে পৰম আগ্ৰহেৰে ৰজত সন্দিকৈৰ মুখলৈ চালে।

ৰজত সন্দিকৈয়ে কলে, "মন্দিৰাক মই বিয়া কৰাম।"

মুহূৰ্ত্তৰ ভিতৰতে থিয় হৈ থকা মাটিখিনি যেন ফাক হৈ গ'ল, আৰু এই শূন্য স্থানেদি তললৈ, বহু তললৈ সৰি পৰিল যশোমতী।

এয়া কি কয় ৰজত সন্দিকৈয়ে ! নিজৰ কাণকে যেন বিশ্বাস নকৰিব যশোমতীয়ে।

কোনোমতে কয়, "কিন্তু তাইৰ দেহত—"

বাধা দি ৰজত সন্দিকৈয়ে কলে, "মই জানো এটি অবাঞ্ছিত সন্তান আছে। হলেও মই বিয়া কৰাম। মই আপোনাক কোৱা নাই, মই ইমান দিনে মন্দিৰাক ভাল পাই আহিছোঁ। কিন্তু মন্দিৰাৰ মোৰ প্ৰতি থকা তীব্ৰ অৱজ্ঞাই মোক আগবাঢ়িবলৈ সুবিধা দিয়া নাছিল।"

হুৰাৰখন খামুচি ধৰি যশোমতীয়ে সোধে, "তেন্তে তুমি ইমান দিনে মোৰ তালৈ যে আহিছা একমাত্ৰ মন্দিৰাৰ বাবে ?"

"হয়।"

"আন আৰু একো নাই ?"

"কিন্তু কিয় তোমাৰ মন্দিৰাক ভাল লাগিছে ? কি আছে তাইৰ মাজত ?" অলপ চিঞৰিয়ে প্ৰশ্নটো কৰে যশোমতীয়ে। ৰজত সন্দিকৈ আচৰিত হৈ যশোমতীৰ মুখলৈ চায়। আউজি থিয় হৈ থকা হুৱাৰখনত কোনোমতে খামুচি ধৰি যশোমতীয়ে উচুপি উচুপি কান্দিছিল। ৰজত সন্দিকৈ বিবুদ্ধিত পৰিল।

খন্তেক পিছতে নিজৰ দুৰ্ব্বলতা বুজি যশোমতীয়ে চকুপানী মচি দৃঢ়ভাৱে সুধিলে, "কিন্তু কি বুলি তুমি মন্দিৰাক বিয়া কৰাবা ?"

"কিয় আপোনাৰ ছোৱালী বুলি। মোৰ ভাল লাগিছে মই বিয়া কৰাম।"

"আৰু একো নাই ?"

"আৰু এটা কথা আছে। মই জানো মন্দিৰাই যিটো ভুল কৰিছে সেই ভুল বহুতেই কৰে। কিন্তু তাৰ বাবে ইমান ডাঙৰ শাস্তিৰ কোনো প্ৰয়োজন নাই। মই মোৰ সংসাৰলৈ আহিবলগীয়া সন্তানটোক মোৰ সন্তান বুলিয়েই আদৰিম। গতিকে মই জানিবলৈ নিবিচাৰোঁ সেই সন্তানৰ প্ৰকৃত পিতৃ কোন। মন্দিৰায়ো যেন মোক কোনো



দিন সেই কথা নকয়। আমাৰ নতুন জীৱন তেতিয়া হে সুখৰ হব।"

যশোমতীৰ মুখৰ মাত নাছিল। বহুদিনৰ প্ৰতীক্ষাৰ পিছত এজাক বৰষুণ যেন আহিছে, সেই বৰষুণৰ নিৰ্ম্মল বাৰিধাৰাই সকলো ক্লেদ, আৱৰ্জনা, তিক্ততা, বেদনা ধুই লৈ গৈছে। ৰজত সন্দিকৈৰ মুখলৈ চোৱাৰ সাহস হোৱা নাছিল যশোমতীৰ। একো নোকোৱাকৈ যশোমতী ভিতৰলৈ সোমাই গৈছিল। জীৱনৰ প্ৰতি পদে পদে বৰ বেয়াকৈ হাৰি গৈছে যশোমতীয়ে। অথচ আজি এই চৰম পৰাজয়ৰ মুহূৰ্ত্তটো যশোমতীৰ নিজকে পৰাজিত যেন লগা নাই।

মন্দিৰাৰ কলঙ্ক আৰু ৰজত সন্দিকৈৰ সাহসৰ মাজেদি যেন এটি নতুন জীৱন পালে যশোমতীয়ে। সেই জীৱনত হয়তো যশোমতীৰ বাবে আৰু কোনো অভিযোগ নাথাকিব, আশ্ৰয়ৰ অভাৱ নহব, অভাৱ নহব প্ৰতিশ্ৰুতিৰ, অভাৱ নহব প্ৰতিষ্ঠাৰ।

জীৱনে যশোমতীক ঠিকেই শিকাইছিল, হাঁহি হাঁহি জীয়াই থাকিব নোৱাৰিলে, কান্দি কান্দিয়েই জীয়াই থাকিবা।

জীয়াই কিন্তু থাকিবাই। নমৰিবা। মৰা নাই যশোমতী। নমৰে।

***